পৌলে জাত্ৰা কৰাত তেঁওৰ মনত কি কথ ভাবিচিল?

দামেচক নগৰৰ ওচৰ পোআত পৌলৰ কি ঘটিল?

তেঁও কাৰ বিৰোধে ৰন কৰিচিল?

জেতিয়া পৌলে প্ৰভুকে তাৰনা কৰিচোঁ বুলি জানিলে, তেতিয়া মনত কি ভাবনা আচিল?

দুষ্ট লোকক সন্ত কৰিবলৈ কাৰ সক্তি আচে?

মানুহৰ দুখিত মন কোনে সান্তনা কৰিব পাৰে?

মাটিৰ পৰা উঠিলত পৌলৰ চকুত কি হল?

তাৰ পাচে তেঁও কাৰ ঘৰলৈ গল?

কেই দিনলৈ পৌলে নে দেখা হৈ আচিল?

কি কাৰনে ভোজন পান ন কৰিলে?

তিনি দিনৰ মুৰত পৌলৰ ওচৰলৈ প্ৰভুএ কাক পাঁচিলে?

হনানিয়া গৈ পৌলক কি কৰিলে?

ইয়াৰ পাচে পৌলে দামেচক নগৰত কি কৰিলে?

দামেচকৰ পৰা কলৈ গৈচিল?

আৰব দেসত পৌলে কি কৰিলে?

পুনৰাই দামেচক নগৰলৈ অহাৰ পাচে তেঁওৰ কি ঘটিল?



সাগৰত ওপঙ্গি ফামেৰে পাল তৰি জোআ নতিলচ নামে এবিধ সামুকৰ নকচা।

## পুৰনি অসম বুৰঞ্জি, নং ১৪ ।

Sukhangfa Khura Roja—War with the Koches.

১৪৭৪ সঁকত এঁওৰে পুত্ৰ চুখাংফা কুমৰ ৰজা হল, এঁওকে খোৰা ৰজাও বোলে। লাকনি মুংকেও (৫) সঁকত ত্যাওচুপন ১, ত্যাওচামচু ১, ত্যাওলুংকতাই ১, ত্যাওত্তিপ ১, ত্যাওচামকেও ১, ত্যাওতিংপম ১, ত্যাওউ ১, এই কোঁঅৰ সাতোটা, বৰ পাত্ৰৰ পুতেক লাপেত ১, চেনবৰৰ পুতেক লাচাম পম ১, এই সকলে ৰজা দেৱক দ্ৰোহ কৰিবলৈ আলচিলে। পাচে এই কথা ৰজা দেৱে মুনি সিইঁতক ধৰি আনি মাৰিব কৰিলে; পাচে তংখাম বৰ গোহাঁয়ে মাত্তিলত ৰজা দেৱে দাই এৰি সিইঁতক নে মাৰি এৰিলে।

লাকনি কাতপ্লাও সঁকত ৰজা দেৱে তেও ৰাক জুধ কৰিবলৈ চাৰিঙ্গ ৰজাকে, বৰ গোহাঁইকে, বুৰা গোহাঁইকে, সৈন্য সেনা দি পঠালে। পাচে ইবোলাক তিনিএ গৈ নামৰূপত ৰলগৈ; তাৰ পৰা চাৰিঙ্গ ৰজাই বৰ গোহাঁয়ে নামতুতুত ৰললৈ; বুৰা গোহাঁয়ে সমাইৰ বাটে গল; তাৰো পৰা চাৰিঙ্গ ৰজা বৰ গোহাঁয়ে আইতনিয়া দিসে দি গল। পাচে সিইঁতে খেদি জাবৰ দেখি লৰা তিৰোতা এৰি ভাগি লুইতে গল; আইতনিয়া ভাগি গৈ পাপুকিয়া নগাত সোমালগৈ। পাচে চাৰিঙ্গ ৰজা বৰ গোহাঁয়ে খেদি গৈ পাপুকিয়াৰ গাঁও পালেগৈ; পাচে পাপুকিয়াও ভাগি গৈ খামতেঙ্গিয়াত সোমালগৈ। পাচে আমাৰ লোকে খেদি গৈ খামতেঙ্গ পালেগৈ, পাচে খামতেঙ্গ ভাগিল; খামতেঙ্গিয়াৰ পালে মেচোন ১ স। সেই ঠাইতে বৰ গোহাঁই নৰিয়া পৰিল। বৰ গোহাঁইক ওলটাই আনোঁতে বাটত আইতনিয়া, পাপুকিয়া, খামতেঙ্গিয়া, এই তিনি গঁয়া নগা এঠাই হৈ ডইমুং পৰ্বতত বেৰি ধৰি বৰ গোহাঁইক লৈ অহা মানুহক কাটিলে। পাচে ত্যাওচুপন, ত্যাওতু, এই দুই কুমৰে খেদি গৈ ডইমুং পৰ্বতত জুধ ধৰিলে; তিনিও ফৈদ নগা জুধে নোআৰি ভাগিল।

দুই কোঁঅৰে বৰ গোহাঁইক একআই আনি-লে। লাকনি ৰুংমাও (৯) সঁকত বৰ পাত্র গোহাঁই মৰিল, বুৰা গোহাঁয়ো মৰিল।

লাকনি তাওচি সঁকত তৰাইখেকক ত্যাও-চাংৰাই নাম দি বুৰা গোহাঁই পাতিলে। লাকনি কাপচিঙ্গা (১২) সঁকত প্রতাপ ৰাইৰ নাতিএক আহিল। পাচে আলুআ ভুঁয়া ভটি-য়াই গৈ প্রতাপ ৰাইৰ নাতিএকৰ লগ ললেগৈ। পাচে দুয়ো উজাই আহি দিখৌ মুখ ললেহি। ৰজা দেৱে এই কথা সুনি তংখাম বৰ গোহাঁইকে, বুৰা গোহাঁইকে, বৰ পাত্র গোহাঁইকে ৰনলৈ পাঁচিলে। ইবোলাক তিনিও গৈ দিখৌ মুখত ৰন ধৰিলেগৈ। এনেতে জোহানৰ পুতেক নং-ৰংকংপৰ ভায়েক, অফা দেঁওধাইক চোলা পেলাবৰ নিমিত্তে মাৰিলে। পাচে আহিনৰ দিনত ৰজা দেৱে মনথাম কুমৰকে, চুম-ডাঙ্গকে, এই দুইক বহুত মানুহ দি বোকাত গৰ বান্ধিব দিলেগৈ।

লাকনি ডাপমুত (১৩) সঁকত বুৰা গোহাঁইক বোকাৰ গৰত থাকিবলৈ পঠালে। এই সঁক-তে আগৰ বোকাৰ গৰত থকাবোৰক সনাৈল পঠালে; নামনি ফলিয়া মুংখুঙ্গিয়া হাতি মুৰিয়া ১, মৰিৰতেল ১, এই দুইক ত্যাও-তুৰুৰ লগলৈ সনালৈ পঠালে। ত্যাওতুৰুলৈ বঁটা দিলে হাতি ১, ডণ্ড ১, হেঙ্গদান ১, হিলৈ ১, ৰুপৰ জৰা ১, বেলা ১। আৰু ত্যাওচাংৰাই বুৰা গোহাঁইক সবাৰে মুৰ কৰি দি সনালৈ পঠালে। বকতিয়াল হাতি মুৰিয়া মতিয়ানত ১, উজনি ফলিয়া হাতি মুৰিয়া ১, এই দুইকো লগত দিলে।

লাকনি ৰাইচান সঁকত চুচুকুতুমুএ, টেপুএ, এই দুয়ে উজাই আহি সনা পালেহি। আমাৰ লোকেও গৈ সনাত থাকিলগৈ। পাচে সিইত দুয়ে লুইতে উজাই দিখৌ মুখ পালেহি। পাচে এই কথা সুনি ৰজা দেৱে চাৰিঙ্গ ৰজা, তংখাম বৰ গোহাঁয়ে, কংজং বৰ পাত্র গোহাঁয়ে, তৰাইখেক বুৰা গোহাঁয়ে আলচি, নাৱে ভটিয়াই লুইতে পা-লেগৈ। সিইত দুয়ে গধুলি বেলা লুইতে উজাই পুনৰ দুপৰ ৰাতি ভটিয়াই আহি, আমাৰ মানুহলৈ হিলৈ মাৰিলে; দুই চাৰি গুলি লাগিলত আমাৰ মানুহ ভাগিল। পাচে সিইত দুই ভটিয়াই গৈ, সাঁৰ্হি মুখৰ চাপৰিত ৰলহি। আমাৰ লোকে খেদি গৈ সাৰ্হি মুখত জুধ ধৰিলেগৈ; তাতে আমাৰ ত্যাওমুংচং পৰিল।

লাকুনি মুংৰাও সঁকত মাঘৰ দিনত, কোঁচ ৰজা লুইতে উজাই আহি, দিখৌ মুখৰ পোনে লুইতৰ উত্তৰে ৰলহি। পাচে ৰজা দেৱে চাৰিঙ্গ ৰজা, তৰাইখেক বুৰা গোহাঁই, ত্যাও উত, ত্যাওচুলুং, কংজং বৰ পাত্র, চুতাং খাম্‌চেন, এই সকলেৰে গৈ, ইপাৰে কোঁঠ দি ৰলগৈ। ত্যাওৰিং আইখুংমুঙ্গক জুধৰ অধিকাৰ কৰি, তিপাম ৰজাক লগত দি দিহিঙ্গৰ গৰত থাকিব দিলে গৈ। সেই সময়ত ৰহাগৰ দিনত মৰঙ্গি ৰাজ্য ভাগি আহিল। পাচে চাৰিঙ্গ ৰজা ডাঙ্গৰিয়া সক-লেৰে আলচ কৰি ৰজা দেৱলৈ জনাই, ফুংখামৰ পুতেক লাঙ্গিতাম ১, লাচাইলুং ১, লাঙ্গিখুন ১, এই তিনিক কোঁচ ৰজাৰ ঠাইলৈ প্রিতিৰ কাৰনে পঠাই দিলে; কোঁচ ৰজাও মিত্র কৰিবৰ নিমিত্তে ৰতিকৰা নামে ভাল মানুহ এটা পঠাই দিলে। কোঁচ ৰজা এই বুলি কৈ পঠালে; আমিও এতিয়াৰ ন হঁও, সিবোলাকো এতিয়াৰ ন হই। বি-সেসত স্বর্গি ৰজা ইন্দ্রৰ সন্তান, আমিও সদা সিৱৰ সন্তান, এতেকে তোমাৰ আমাৰ দন্দ কন্দল কৰিবৰ উচিত ন হই; পুৰ্বতো তোমাৰ আমাৰ অধিকাধিক প্রিতি গোট চলি গৈচে। এই জানি তোমাৰ আমাৰ দুই ৰাজ্য কুসলে জেনে ৰূপে ৰহিব, সেই ৰূপে আপুনি নিবন্ধ কৰি ৰাজ্য লওক, আমাকো দিওক; এই কথা সুনি জে মনে সৰ্ব জনে প্রসংসা কৰে, তাকে আচৰিব। সন্দেস দি-চিলে, হাতি এটা, ঘোঁৰা চাইটা, আৰু এটা সোনৰ জিম বন্ধা ঘোঁৰা। পাচে ৰজা দেৱে এই কথা সুনি পাত্র মন্ত্রিৱে আলচ কৰি

কোঁচ ৰজালৈ দিলে, হাতি ২ টা, আৰু এটা ৰুপৰ টাঙ্গি বন্ধা। পাচে কোঁচ ৰজাও প্ৰিতি হৈ আপোনাৰ দেশলৈ ভটিয়াই গল। আমাৰো শৈন্যে বনৰ ঠাইৰ পৰা উলটি আহিল।

পাচে আৰুও জেঠৰ দিনত কোঁচ ৰজা টেপুক পঠাই দিলে। টেপুএ আহি দিহিঙ্গত কোঁঠ দি ৰলহি। কোঁচ ৰজাও পাচতে আহি ৰলহি; আমাৰ দিহিঙ্গিয়া কাঁৰিএ জানি গৰ এৰি ভাগি দখিন পাৰলৈ আহিল। কোঁচ ৰজা তবে নাৱে খেদি আহিল। আমাৰ চাৰিঙ্গ ৰজা, তৰাইখেক বুৰা গোহাঁই, কংজং বৰ পাত্ৰ গোহাঁই, চুডাং খাংচন, এই সকলে আলচি হাতি ১ টা, মুনিয়া হেঙ্গদান ১ খন, হিলৈ ১ টা, এই বস্তু দি লেচাই ১ ক, খিংলাং মুংখুৰুৰ পুতেক ১, এই দুইক কোঁচ ৰজাৰ ঠাইলৈ পঠাই দিলে; ইহঁত দুয়েও কোঁচ ৰজাক এই সন্দেশ দিলেগৈ। আমাৰ ঘোঁৰা চোআই কৰলৈ নৌ পাঁওতেই, জোধা সকল ভাগিব খুইচিলে, এনেতে ঘোঁৰা চোআই পাই আগ্যাকৈ উলটি আহিল। পাচে আমাৰ মানুহ ৰৰ নোআৰি; মাজ ৰাতি গৰ এৰি পলাই আহিল। সিবোৰলৈ বাট নে চাই ৰজা দেৱে ভইখামত সবাকে গোট খুআই, তাৰে পৰা নগা পৰ্বত উঠি চৰাই খোৰোঙ্গত থাকিলগৈ। কংডই পৰ্বতত তিনি মাহ আচিলে, কোঁচ ৰজাও আহি পাইমানি বিলৰ কাখৰত থাকিলহি।

পাচে ৰজা দেৱে প্ৰিতিৰ কাৰনে তৰাইখেক বুৰা গোহাঁইক, কোঁচ ৰজাৰ ঠাইলৈ পঠাই দিলে। সন্দেস দিচিলে, সোনৰ কলহ ২ টা, ৰুপৰ কলহ ৪ টা, ৰুপৰ বেলা ১ খন, ৰুপৰ জৰা ১ টা। বুৰা গোহাঁই আহি কোঁচ ৰজাক পাইমানি বিলৰ কাখৰত সন্দেস দি প্ৰিতিৰ কাৰন কলেগৈ। পাচে কোঁচ ৰজা বুলিলে, তৰাইখেক বুৰা গোহাঁই, তুমি উদৈগিৰি ৰজাত এই কথা কবা জাই, তিনি জনা গোহাঁইৰ পুতেকক দিব, চুংডাঙ্গৰ পুতেকক দিব, খামচেনৰ পুতেকক দিব; মই সকলো স্বৰ্গি ৰজাৰ ৰাজ্যতে থৈ জাম; এই বুলি বুৰা গোহাঁইক বিদাই দিলে। বুৰা গোহাঁয়ো আহি সকলোকে ৰজা দেৱত জনালেহি। কোঁচ ৰজাও লুইতৰ মাজালিত থাকিলগৈ। সাওনৰ দিনত ৰজা দেৱে লংলাওৰ পুতেক আকুত্যাং ১, বুৰা গোহাঁইৰ পুতেক ত্যাওজ্যিত ১, বৰ গোহাঁইৰ পুতেক ত্যাওপেত ১, খিমৰতৰ পুতেক লাকো ১, খামচেনৰ পুতেক ১, চুডাঙ্গৰ পুতেক ১, এই সকলক কোঁচৰ ঠাইলৈ বুৰা গোহাঁইৰ হাতত দিলে।

পাচে দিহিঙ্গিয়া ৰজা দেৱৰ জিএক, খোৰা ৰজা দেৱৰ পেহিয়েক, বৰ গোহাঁইৰ ঘৈনি নাংবক্ল গাভৰুএ পুতেকৰ লগতে আহি বুলিলে, মোৰ পোক ভাটি ৰাজ্যলৈ কেলেই দিম? কোঁচত জে ৰন হাৰিলি, ৰজা নো কি? ডাঙ্গৰিয়া নো কি? গিৰিএকক বোলে, তই নো কিহৰ বৰ গোহাঁই? ভাল, তইঁতে জে ৰন হাৰিলি, মই জুধ কৰি চাঁও, তইঁতৰ টুপি চুলা কুনবিন কুনখা পিন্ধি কোঁচক জুধ কৰোঁ; তিৰোতা নে পুতাপু, এতেকে মোক জানিব। তইঁতে মোৰ সাজ পিন্ধিবি, এই বুলি গাভৰুএ পুতেক ত্যাওপেতক কাঢ়ি নিলে পাচে বৰ গোহাঁয়ে ৰজা দেৱত কলে, ৰাজ্যৰ নিমিত্তে মোৰ পোকে দিলোঁ, জৰু। পুনৰ গাভৰুএ বোলে, মোৰ লৰাক কোনে দিব পাৰে? দিখৌ নৈক বান্ধি ওভোতাই বোআৰ পাৰিলেহে মোৰ লৰা দিব পাৰে। পাচে ৰজা দেৱে খঙ্গ কৰি বুলিলে, বৰ গোহাঁইৰ পুতেক জাব নে লাগে, মোৰ ভাই চুগাম কোঁঅৰ জৰু, এই বুলি ত্যাওচুগামক কোঁচৰ ঠাইলৈ বুৰা গোহাঁইৰ হাতত দিলে। সাওনৰ দিনত বুৰা গোহাঁয়ে গৈ কোঁচ ৰজাৰ ঠাইত সকলো ওল সোধালেগৈ। খামচেনৰ পুতেকক সৰু লৰা বুলি ওলোটাই দি, কোঁঅৰক ভাল ৰূপে ৰখিয়া দিলে; কোঁচ ৰজা আপোনাৰ ৰাজ্যলৈ ভটিয়াই গল।

পাচে চাৰিঙ্গ ৰজা, তৰাইখেক বুৰা গো-

হাই, এই দুয়ে কোঁচক ওলক সোধাই উজাই আহি ৰজা দেৰক সপ্ৰপঙ্কে কলেহি। উজিৰ বামুন ১, তপলি লস্কৰ ১, মালামুল্যা লস্কৰ ১, এই তিনিক কোঁচ ৰজাই উত্তৰকোলত ৰাজ খোআ পাতি থৈ গল।

লাকনি প্লেকমিত (১৬) শঁকত আঘোনত চৰাই খোৰোঙ্গৰ পৰা ৰজা দেও নগৰলৈ আহি, পাঙ্কআ কোঁঅৰক মাৰিলে। সেই বচৰতে আমাৰ ওল দিয়া চুগাম কোঁঅৰক মুখ্য কৰি সকলো মানুহক কোঁচ ৰজা আমাৰ ৰাজ্যলৈ পঠাই দিলে। পঠোআৰ কাৰন কঁও। এক দিনা প্ৰতি কোঁচ ৰজাৰ আগত ৰাত্ৰা কলেহি; পাচে ৰজা দেৰে ত্যাওকনথামক, ত্যাওতক, এই দুইক পঠাই লাচানগা কচাৰিক ধৰি আনিব দিলে। পাচে দুয়ে গৈ তাক ধৰি আনিলেগৈ। পাচে ইৰোৰ জাৰৰ সুনি ত্যাওজাইথাম, ত্যাওতিংপুং, এই দুয়ে ৰজা দেৰক দ্ৰোহ কৰি, ঘাই লুইতৰ পাৰ হৈ বামুন উজিৰৰ ঠাইত সোমালগৈ। এই তিনি কথা একে বচৰতে। পাচে ৰজা দেৰে ত্যাওকনথামক উজনি ফলিয়া ৰাজ্য দিলে। ৰুপ সন্ধিকৈ কনথামৰ লগত ডিবুৰু মুখত থাকিব দিলেগৈ। পাচে কনথামক দিবুৰু মুখৰ পৰা আনি বুৰা গোহাঁই পাতিলে, তৱাইখেকক বুৰা গোহাঁই ভাঙ্গিলে।

লাকনি কাতকেওত (১৭) সঁকত কাতিৰ দিনত মালামুল্যা লস্কৰে ৰজা দেৰক দ্ৰোহ কৰিবলৈ আলচিলে। পাচে কোঁচ ৰজা বোলে, ভাই চুগাম, পাসা খেলোঁ আহ, এই বুলি পাসা খেলিলে। পাচে চুগাম কোঁঅৰে কুৰি ঢাল পাসা জিকিল, এঢালত জোৰ দহ লাগি আচে। এনেতে কোঁচ ৰজা বোলে, ভাই চুগাম, জদি জোৰ দহ মাৰিব পাৰ, সত্যে সত্যে সত্যে জেই খোজা, তাকে দিম। পাচে চুগাম কোঁঅৰে বিমুখে ঢালি জোৰ দহ পেলালে। পাচে কোঁচ ৰজাই বোলে, মই বচনে ঘাটিলোঁ; মই দিঁও বুলিচোঁ, তই জি খোজ খোজ। পাচে চুগাম কোঁঅৰে বোলে, ভাল; জদি দিবা, মোৰ লগত অহা মানুহে সৈতে মোক আমাৰ ৰাজ্যলৈ পঠাই দিয়া। কোঁচ ৰজাই বোলে, ভাল, বিদাই দিলোঁ; তোমাৰ মানুহে সৈতে জোআ, আৰু মোৰ মানুহ জি জাব কৰিচে, তোমাৰ লগত জৰু। পাচে চুগাম কোঁঅৰ মানুহে সৈতে উজাই আহি ৰজা দেৰক সেৱা কৰি সপ্ৰপঙ্কে ৰাত্ৰা কলেহি।

পাচে ৰজা দেৰে উজিৰ বামুনকে তপলি লস্কৰকে, এই দুইক মাতি আনি, ই ঠাইতে ৰাখি থৈ, ত্যাংত্যাইৰ পুতেক লাইচুৰুক পঠাই মালামুল্যা লস্কৰক ধৰি আনিব দিলে; তাৰ লগতে লৰা তিৰোতা ধৰি আনিব দিলে। পাচে সিবোৰেও গৈ লৰা তিৰোতা সহিতে সিহঁতক ধৰি আনিলে। পাচে উজিৰকে তপলি লস্কৰকে সোআ মেলিলে; মালামুল্যা লস্কৰক কাটিলে। পাচে ৰজা দেৰে আঘোনৰ দিনত তিনি জনা ডাঙ্গৰিয়াক পঠাই চিনাতলিত গৰ বান্ধিব দিলে। আৰু বৰ গোহাঁই পৰিয়া লাংগুনমনাক ৰাজ নেওগ পাতিলে। এনেতে আঘোনৰ দিনত চুটিয়া আহি আমাৰ খেৰেম, নামৰুপ, দুই ৰাজ্য ভাঙ্গিলেহি। পাচে ৰজা দেৰৰ দদায়েক চুলেং তিপাম ৰজা গৈ চুটিয়াৰে জুধ ধৰিলেগৈ; তিপাম ৰজাৰ উঠা হাতিত চুটিয়াই তিনি পাট কাঁৰ লগালত বলে নোআৰে হেন দেখি, তিপাম ৰজা দিহিঙ্গ পাৰ হৈ হৰুকি আহিল।

পাচে সেই সময়ত মাঘৰ দিনত পৱন নামে ঢেকেৰি ৰজা জুধ কৰিবলৈ পালেহি। পাচে ৰজা দেৰে এই কথা সুনি চুলেংতিপাম ৰজাকে, তনথাম বৰ গোহাঁইকে, এই দুইক দিখৌ মুখত থাকিব দিলেগৈ। পাচে বুৰা গোহাঁই, বৰ পাত্ৰ গোহাঁই, ৰুপ সন্দিকৈ আনো ডা ডাঙ্গৰিয়া সমস্তে লুইত পাৰ হৈ গৈ ঢেকেৰিৰে মুণ্ড ভগাত জুধ ধৰিলেগৈ। তাতে ঢেকেৰি বিস্তৰ পৰিল, বিস্তৰ লোক ভাগি গল। ঢেকেৰি ৰজা হাতিত উঠি কোঁচ এৰি জাঁওতে গুলি লাগি হাতি এৰি এৰাই

গল । পিতলিয়া হাতি টঙ্গি ১, সুনিয়া ডণ্ড সুনিয়া হেঙ্গদান ২, সোনৰ ফাক মুঠিৰে চুৰি ২, ৰুপৰ বাৰু ১, ৰুপৰ টেমা ১, এই বস্তু ঢেকেৰিৰ হাতিৰ ওপৰত আমাৰ পালে। পাচে ঢেলা ৰজাই গুলি খাই খোঁৰাত উঠি পলাই গল, আমাৰ মানুহে পাচে পাচে খেদি গল । পাচে ঢেকেৰি ৰজাই এবাৰ নোআৰে হেন দেখি, খোঁৰা এৰি ৰাতি এখনি নাৱত উঠি পলাই গল । পাচে আমাৰ মানুহে কোঁচৰ হাতি খোঁৰা অস্ত্ৰ সস্ত্ৰ বিস্তৰ পালে ; পাচে ৰজা দেৱে ফাগুনৰ দিনত বৰ গোহাঁইকে, বৰ পাত্ৰ গোহাঁইকে, বুৰা গোহাঁইকে, ৰুপ সন্দি-কৈকে, ঢেকেৰিৰ ঢেলা ৰজাক ধৰিব দিলে গৈ । পাচে চাৰিও গৈ ঢেলা ৰজাক ধৰি আনি ৰজা দেৱৰ ঠাইত দিলেহি। পুনৰ কোঁচৰ টেপু নামে বৰ বৰুআ এটা সাওনৰ দিনত লুইতে উজাই আহি ভাদ আহিন দুমাহ লুইতৰ কোসত আচিলে । সাকনি শুতত্যেও (১৭) সঁকত কাতিৰ দিনত ৰজা দেৱে ডাঙ্গৰিয়া সকলেৰে গৈ লুইতৰ কোসত টেপুক জুধ ধৰিলেগৈ । পাচে তাৰ লোক জন বহুত পৰিল, কেতবোৰ ভাগি পলাল, টেপুও পলাল ; তাৰ লগৰ মোহন লস্কৰক ধৰি আনিলে ; তাৰ বৰ নাও অস্ত্ৰ সস্ত্ৰ অন্যো বস্তু বিস্তৰ পালে ।

---

চেপ্তেম্বৰৰ অৰুনোদইত লিখা সাঁথৰৰ উত্তৰ ।

১, আলি বাট । ২, কুঠাৰ । ৩, ভোট মৰিচ । ৪, আঁঠুআ । ৫, চালনি । ৬, সুৰ্জ আৰু পানি । ৭, মিচা মাচ । ৮, বাঁহ । ৯, খুৰ । ১০, খৰম । ১১, বচৰ । ১২, ঘণ্টা । ১৩, জোৰ তামোল ।



## অনেক দেসৰ সম্বাদ ।

Journal of Events.

এই সিৱসাগৰৰ দিখৌ নদিৰ সি পাৰে হাতিখোৰুৰ চাদৰৰ নামেৰে গৰিয়াৰ ঘৰত কেও ন থকাত ১৪ অক্তোবৰৰ দিনা দিনতে ২ বজা মান বেলিকা ঘৰত চোৰ সোমাই বটালিৰে তাৰ পেৰা ফালি কাপৰ কানি একো নি নি মুঠে ১৫৩৪৷৷ টকাৰ সোনৰ ৰুপৰ অলঙ্কাৰ নিলে । পাচে গধুলি গিৰিইত গৈ এই দুৰ্দসা দেখি থানাত কোআত থানাৰ আমোলাই বিচাৰ কৰি তাৰ নিচেই ওচৰৰে ফিৰদাস বুলি এটাক অনেক সোভাতে ধৰি বিচাৰ কৰ্ত্তাৰ গুৰিলৈ পঠাইচে। আৰু ৪ দিন মানৰ মুৰত তাৰ ঘৰৰ ভেটি খনাত ১৬ টকা দামৰ ৰুপৰ চন্দ্ৰহাৰ এডালো ওলাইচে। আৰু চুৰ কৰিবৰ দিনা গধুলি ফিৰদাস অপ-ৰাধি জি খন হাবিৰ পৰা গধুলি ওলাই আহিচিল, সেই দিস ধৰি হাবিএ হাবিএ বি-চৰাত ঠায়ে ঠায়ে ৰুপ সোন আৰু থাক মনি ৮০০ । ৯০০ টকাৰ মাল পাইচে ।

চেপ্তেম্বৰ মাহৰ অৰুনোদইত লিখা গৈচিল, গোলাঘাটৰ কাচাৰিৰ গুৰিত ধনি চুটিয়াক খুঁচি মৰাৰ বাবে সদৰৰ হুকুম অনুসৰি সো-মল চুটিয়াক ২৯ নৱেম্বৰ তাৰিখে ৮ বজাৰ সময়ত ফাঁচিৰ দোআৰাই এই সিৱসাগৰতে প্ৰান দণ্ড কৰিব ।

কোনো কালে নে দেখা নু সুনা বস্তু ১৭-৭৩ সঁকৰ চাৰি কাৰ্ত্তিক ১৯ অক্তোবৰত দেখা হল । মচলমানৰ মৰিয়া হাজৰকিয়াই খুঁটিৰ পৰা এটা মহ পোআলিৰ নাক চকু জিবা থকা মুৰ এটা, কিন্তু কান চাৰি খন, দু খন মাজ মুৰত, কঁকালৰ পৰা দুটা, নেজ দু গচ, ভৰি ৮ টা, এইটো মহ আনি সিৱসাগৰৰ কাচাৰি ঘৰত চাহাৰ লোকক দেখালত অনে-কে চাইচিল ।

২৩ অক্তোবৰ বিৰচতি বাৰত কলিকটাৰ ওচৰৰ দেস আৰু সাগৰতো অতিসই বৰ ধুমুহা বতাহ মাৰি ভালেমান জাহাজ চৌৱেৰে

ভাঙ্গিলে। বঙ্গালি নামে এখন জাহাজ নিচেই নষ্ট হল, কিন্তু তাৰ মানুহবোৰ আন জাহাজত উঠি ৰখ্যা পৰিল। আন আন ঠাইতো বহু জাহাজ ভগাৰ কথা কৈচে।

বম্বাই নগৰত দুজন পাৰ্চি লোকে মচলমান ধৰম লোআত, এজন পাৰ্চি সম্পাদকে মচলমানৰ অহিতে অনেক কথা লিখিলে; তাতে সিইঁতৰ হেজাৰ হেজাৰ মানুহ গোট খাই পাৰ্চিবিলাকৰ ঘৰ দুআৰ লুট কৰি ভাঙ্গিবলৈ ধৰিলে। এই দৰে বৰ হুৰা মুৰা হলত মাজেষ্টৰ চাহাবে পুলিচৰ বৰকন্দাজে সৈতে গৈ ৮৫ জন মানুহক ধৰিলে। আৰু সেই জুজত ১৬ জন মানুহ খুন হল।

মলমাইন নগৰত ২০ জন কইদি লোকে ভাপ জাহাজত নাগ মাটি সৰু নাৱেৰে ভৰাই থাকোঁতে অকস্মিতে সেই নাও লৈ নদি পাৰ হৈ মান দেশলৈ জাবলৈ ধৰিলে। এনে সময়ত দাৰোগাই সিইঁতৰ এটা গুলিয়াই মাৰি পাচে পিয়দাবোৰে সৈতে আন নাৱত উঠি, সিইঁতক খেদি গল। পাচে কইদিৰ নাৱৰ ওচৰ পাই পিয়দাবোৰে দাৰোগাৰ হুকুম নো পোআকৈ গুলিয়াবলৈ ধৰিলে, আৰু বামলৈ আহিলত পুলিচৰ লোকেও সিইঁতক আক্ৰমন কৰিলে। মুঠে ১৪। ১৫ জন কইদি মাৰিলে।

চুক সমুদ্ৰৰ দাতিত আদেন নগৰত থকা ইঙ্গৰাজি সেনাৰে সৈতে আৰব আদি বাসি লোকে বাৰে বাৰে কাজিয়া কৰি সেনত কাপ্তান মিলন চাহাবক বধ কৰিলে। সেই কথা সুনি প্ৰতিফল দিবৰ নিমিতে গবৰ্নমেন্টে বম্বাই নগৰৰ পৰা দুই ভাপ জাহাজ আৰু ২০০০ সেনা তালৈ পঠাই দিচে।

স্ৰিৰামপুৰত থকা ৰামৰত্ন গোসাঁই জামিনদাৰক কোনো মানুহে গাঁৱত এটা জুধ হৈচে বুলি মাতিলত জামিনদাৰে গৈ তাক মিচা বুজি বাতি সেই গাঁৱত থাকিল। তাতে সিমাত কোনো লোকে ঘৰত সোমাই জামিনদাৰক মাৰি উলিয়াই এখান পথাৰত পুতিলে। ক্ৰমে ক্ৰমে সেই কথা সুনি তেঁওৰ একজন মিত্তিৰে বিচাৰি ন পালে, আৰু সেনত বধ কৰাবোৰক ধৰি বিচাৰ কৰ্ত্তাৰ হাতত সোধাই দিলে।

কলিকতাৰ কোঁঠৰ ভিতৰলৈ চাবাপ আনিবলৈ নিসেধ হোআত কটিকা খোআ গোৰা লোকে গুপুতকৈ মানিলে নে পাই। কোঁঠৰ দুআৰত থকা চন্তৰিএ একনি তিৰোতা মানুহে কোলত লৰা লৈ ঘনে ঘনে অহা জোআ কৰিবৰ দেখিলে; তাইৰ লৰা দিঘল বিহা মেখেলা আদিৰে পিন্ধা হৈছিল, কিন্তু ন কন্দা ন মতাত চন্তৰি বিস্মই মানি চাব খুজিলে; তাতে মাকে চাবলৈ নি দিলে। পাচে চন্তৰিএ তাইক এৰি নি দি বলেৰে চাই, হাত ভৰি সকলোএ সৈতে এটা বগি তামৰ লৰা পালে; আৰু তাৰ গাত এটা বিন্ধা দেখা পাই তাক মুকলি কৰি চাই চাবাপেৰে ভৰা হোআ দেখিলে; এই কথা কলিকতাৰ সমাচাৰ পত্ৰত লিখা আচে।

মহা দৰ্সনত জি খেহ লোকে আপোনাক মান্দাৰিন বিলয়া বুলিলে, সি একো বিলয়া ন হই, সামান্য মানুহ বুলি খেহৰ সমাচাৰ পত্ৰত লিখিচে।

শ্ৰীজুত বিটন নামে জি জন দুঅলিয়া বৰ চাহাবে কলিকতাত চোআলিৰ পৰ্হা সালি এখন ধন দি পাতিলে, তেঁও স্ৰিত্যু হল। তেঁও মৰাৰ কাৰনে গবৰ্নৰ জেনৰল লৰ্ড চাহাবে সেই পৰ্হা সালি ধন দি পালন কৰিম বুলি কৈচে। আৰু স্ৰিত্যু হোআ ৰজা কিস্নৰাথৰ ভাৰ্জা শ্ৰীমতি স্বৰ্নমই ৰানিএ চোআলিক সিকাবৰ নিমিতে এহেজাৰ ৰুপ দিচে।

বঙ্গাল দেশৰ কম্পানিৰ ফৌজত গোৰা চিপাহি ২৭,৮৯৩, হিন্দুস্থানি চিপাহি ১,-৩৯,৪০৬, আৰু বৰ টোপ ২২৫ টা আচে।

খেহ দেশৰ স্যাংহাই নগৰৰ মানুহে ইঙ্গৰাজিএ সৈতে বিৰোধ হৈ, নগৰৰ ঠায়ে ঠায়ে এই কথা তুলাপাতত লিখি ঘৰৰ বাৰত লগাই লগাই গলে। হেৰ খিন লগা

মেলেচ। হেৰ খিন লগা মেলেচ! তইঁতে আচিত আপোনাৰ মুখ চা। মুখে কথা কব পাৰ, পহুত চাই তইঁতৰ এইমান ভেদ আচে, সি দিকিলৈ একো ভেদ নাই। এই দেসৰ লোকে তইঁতত জুক্তিৰ কথা, নিতি, কাননৰ মতে কই, কিন্তু তইঁতে তাক নে জান; তইঁতৰ আটাইৰে মুৰ কাটি নষ্ট কৰিবৰ উপাইহে আচে আৰু।

সমাচাৰ দৰ্পনে খেহৰ এই উপমা দিচে। সকত ভতৰা পুখুৰি পাৰত চৰি আচে; সৰু কুকুৰলৈ চোআচোন, তৰিৰে জঁপিয়াই কেনেকৈ ডেও দিএ, ভৌ ভৌ কৰি ভতৰাক খেৰি ধৰি খেদে, কিন্তু ভতৰাই নে মানি চৰি থাকে। সেসত কুকুৰে সাহ পাই বৰকৈ জঁপিয়াই ভতৰাৰ নাকত ধৰাত সিহ্ন পেটে সুমাই পুখুৰিলৈ পেলাই অন্ত কৰে।

খেহ দেসৰ পৰা বাত্রা আহিচে, ভিএন্তেহ নামে ৰাজ দ্রোহ কৰা সেনাপতিএ কোআংচি প্রদেস ললে, আৰু আপোন নামেৰে ৰূপ মোহৰ মাৰিচে।

ইঙ্গলণ্ডৰ মহা ৰানিৰ ৬৭১ ৰনুআ জাহাজ আচে; তাৰ মাজত ১৭৮ ভাপ জাহাজ হৈচে। কেতবিলাকৰ ১২০।১২০ বৰ টোপ আচে। জাহাজৰ কাম কৰা প্রাই ৫০,০০০ মানুহ আচে, আৰু জাহাজৰ বনুআ ১৩,০০০।

আমেৰিকা মিল দেসৰ ভিতৰত নাও জাবলৈ খনা নদিবিলাক আচে, মুঠে সকলোবোৰ ৫০০০ মাইল দিঘল। খানিবলৈ খৰচ হল ৩২,০০,০০,০০০ টকা। আৰু ভাপ ৰথ জাবলৈ ১০,২৮৯ মাইল ৰেল ডাঙ্গ পাতি আচে; তাৰ খৰচ ১৩,৩৪,০০,০০০। আৰ আন ঠাইত ৫,৭৩২ মাইলৰ ৰেল পাতিবলৈ আৰম্ভন কৰিচে। ইলেক্‌ত্রিক টেলেগ্রাফ ১৫,০০০ মাইল। ৰাজ কৰ খাজনা মুঠে ৯,৫১,৬০,০০০ টকা; জাহাজেৰে অনা বস্তুৰ দাম ৩৮,৭২,৩৫,৪৫০ টকা; আন দেসত বেচিবলৈ জাহাজে নিয়া বস্তুৰ দাম ৩২,৩৬,৭০,০০০। আমেৰিকা মিল দেসৰ মানুহৰ সংখ্যা ২,৪২,৬৭,৪৮৮।

চান ফ্ৰান্সিস্কো নগৰৰ নিবাসি লোক ৩৫,০০০ হৈচে। ১৮৫০ সকৰ বচৰত তাৈল জোআ জাহাজ ১,৭৪৩, ওলাই জোআ জাহাজ ১,৪৬১ হৈচিল। সেই বচৰত তাৰ পৰা জাহাজত নিয়া সোনৰ দাম ৮,৪০,০০,০০০ টকা। সেই দেসৰ সাগৰৰ দাঁতিত ফুৰা ভাপ জাহাজ ১৬ খন অহা জোআ কৰিচে; আৰু নদিতে ফুৰা ভাপ জাহাজ ৪৭ খন আচে।

লোপেজ নামে কুবা দিপৰ এক সেনাপতিএ অধিকাৰলৈ দ্রোহ পাতি আমেৰিকালৈ গৈ কোনো কোনো সেনা ভুলাই আনি ৰন কৰিবলৈ ধৰিলে। কিন্তু পাচে ধৰা পৰাত তাক জন্ত্ৰেৰে ডিঙ্গি চেপি মাৰিলে, আৰু তাৰ লগৰ পঞ্চাস মান আমেৰিকাৰ মানুহকো গুলিয়াই মাৰিলে। ॥

## নবেম্বৰ, অৰ্থাত আঘোনৰ পঞ্জিকা।

Almanac for November, 1851.

| নবেম্বৰ | কাতি | বাৰ | তিথি | দিনমান | নবেম্বৰ | আঘোন | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৬ | ৭ | ৮ | ১১।০ | ১৬ | ১ | ১ | ২৩ | ১০।৪০ |
| | | | | | ১৭ | ২ | ২ | ২৪ | ১০।৩৯ |
| ২ | ১৭ | ১ | ৯ | ১০।৫৯ | ১৮ | ৩ | ৩ | ২৫ | ১০।৩৮ |
| ৩ | ১৮ | ২ | ১০ | ১০।৫৮ | ১৯ | ৪ | ৪ | ২৬ | ১০।৩৬ |
| ৪ | ১৯ | ৩ | ১১ | ১০।৫৬ | ২০ | ৫ | ৫ | ২৭ | ১০।৩৫ |
| ৫ | ২০ | ৪ | ১২ | ১০।৫৫ | ২১ | ৬ | ৬ | ২৮ | ১০।৩৪ |
| ৬ | ২১ | ৫ | ১৩ | ১০।৫৪ | ২২ | ৭ | ৭ | ২৯ | ১০।৩৩ |
| ৭ | ২২ | ৬ | ১৪ | ১০।৫২ | | | | | |
| ৮ | ২৩ | ৭ | ১৫ | ১০।৫০ | ২৩ | ৮ | ১ | ৩০ | ১০।৩২ |
| | | | | | ২৪ | ৯ | ২ | ১ | ১০।৩২ |
| ৯ | ২৪ | ১ | ১৬ | ১০।৪৮ | ২৫ | ১০ | ৩ | ২ | ১০।৩১ |
| ১০ | ২৫ | ২ | ১৭ | ১০।৪৭ | ২৬ | ১১ | ৪ | ৩ | ১০।৩০ |
| ১১ | ২৬ | ৩ | ১৮ | ১০।৪৬ | ২৭ | ১২ | ৫ | ৪ | ১০।২৯ |
| ১২ | ২৭ | ৪ | ১৯ | ১০।৪৪ | ২৮ | ১৩ | ৬ | ৫ | ১০।২৮ |
| ১৩ | ২৮ | ৫ | ২০ | ১০।৪৩ | ২৯ | ১৪ | ৭ | ৬ | ১০।২৭ |
| ১৪ | ২৯ | ৬ | ২১ | ১০।৪২ | | | | | |
| ১৫ | ৩০ | ৭ | ২২ | ১০।৪১ | ৩০ | ১৫ | ১ | ৭ | ১০।২৬ |

পুনমা ৯ দিনৰ ৫।৩৯ পুআ। আমাবাস্যা ২৩ দিনৰ ৮।১৪ পুআ।

THE ORUNUDOI,

*Printed and Published by O. T. Cutter, at the Sibsagor Mission Press.—N. Brown, Editor.*

# অৰুনোদই

৬ বচৰ। মোং শিৱসাগৰ, নৱেম্বৰ, ১৮৫১। নম্বৰ ১১।

VOL. VI. SIBSAGOR, ASAM, NOVEMBER, 1851. NO. 11.


## আমেৰিকা মিল দেসৰ পুব ভাগৰ বিবৰন।

Geography of the Atlantic States.

আমেৰিকা মিল দেসত উত্তৰে দখিনে ষ্টোআ ৰকি, আলিগেনি, এই দু সাৰি পৰ্বত আছে, সেই পৰ্বতৰ দোআবাই দেস তিনি ভাগ কৰা হৈছে। পুব ফালে আলিগেনি পৰ্বত সাৰি ৯০০ মাইলৰ দিঘলে আছে; কোনো কোনো ঠাইতে প্ৰাই ৪০০০ হাত ওখ। সেই পৰ্বতৰ পুব ফালে জি প্ৰদেস আছে, সেইবিলাক মিল দেসৰ প্ৰথম ভাগ, আটলান্তিক সাগৰৰ দাঁতিত থাকে। ২০০ বচৰৰ আগেয়ে সেই সকলো ঠাই হাবি, আৰু মাজে মাজে আদি বাসি আবৰ লোকে গচ-নিত ফুৰি চিকাৰ কৰি মাচ আৰু পহুৰ মঙহ খাই আছিল। সেই জাতি লোক তাম বৰনিয়া; চুলি দিঘল, কলা, গালৰ হনু ওখ, চকু খাল; ডাঁৰি উঘালি থকাত প্ৰায়ে নাই কিয়া হৈছে। সিহঁতৰ কাই পোন, কুঁজা আৰু নিৰবলি মানুহ প্ৰায়ে নাই, সবিল টান, কিন্তু ভিৰাল ন হই। সিহঁতৰ গা টান কৰিবৰ নিমিত্তে ডেকা কালত মতাবোৰে আপোনাক বৰ দুখ দিএ; আৰু সিহঁতে একো দুখ নে মানে। ৰন কৰিবলৈ সহজ কৰে; নগাই জেনেকৈ মুৰ কাটি ৰাখে, তেনেকৈ সিহঁতেও শত্ৰুৰ মুৰৰ চাল চুলিএ সৈতে কাটি মুকাই ৰাখি তাক বৰ মৰ্জ্জতা মানে। ৰনত বৰ নিৰ্দ্দয়া; কোনো শত্ৰুক জিয়াই ধৰিলে, তাক অনেক ভাৱে সাস্তি কৰি কৰি মাৰে। আৰু জিটোএ সাস্তি খাই, সিও তাক নে মানি সাহ দি সিহঁতক বোলে, তহঁতে সাস্তি কৰিব নে জান, মোৰ নখ বল দি উভাল, বা চালত সলা মাৰি তাত জুই লগা, নাইবা চকু কাহি ল, তেহে কিচু দুখ দিব পাৰ কিচাৰ, এই ৰূপে সিহঁতক ইাহি সাস্তি কৰিবলৈ সিকাই। সিহঁতে শত্ৰুক কেতিয়াবা জুইৰে পোৰে, কেতিয়াবা হেজাৰ কাঁৰেৰে কাঁৰিয়াই, কেতিয়াবা সাৰি এডোখৰ উলিয়াই জৰিৰে গচত বান্ধি, পাচে সেই গচত ঘুৰি সাৰি মেৰাবলৈ তাক চাবুকেৰে কোবাই খেদি থাকে। ৰন কৰোঁতে সিহঁতে লৰা তিৰোঁতাকো মাৰে। সিহঁতৰ তিৰোতাইহে সকলো কাম কৰে, মতাই ন কৰে। গোম ধানৰ বাহিৰে প্ৰায়ে একো খেতি ন কৰে। সিহঁতে কোনো অধিকাৰৰ বস ন হই; ঠৈফে ঠৈফে গাম আছে, সেইবিলাকে ৰন কৰিবলৈ আলচ



Aborigines of North America.

দিব পাৰে মাথোন। কোনোএ জদি লোকক বধ কৰে, তেন্তে মৰাটৰ গিয়াতিএ বধ কৰোঁতাক নে মাৰে মানে চল চাই থাকিব। সিইঁতৰ থাই দুজাত আচে, আল্‌গং‌কুইন আৰু দাকটা। দাকটাবোৰ মিচিচিপি নদিৰ ওচৰত থাকে, আল্‌গং‌কুইনবোৰ আগেয়ে আট্‌লন্তিকৰ ষাঁতিত ফৈদে ফৈদে অনেক আচিল; এতিয়া তাত নাই; বগা লোকে নৈতে বন কৰি প্ৰায়ে চুকাল, সেস জি থাকিল, সেইবোৰেও পচিম হাবিলৈ গল।

আমেৰিকাৰ আদি বাসি লোক সকলোএ এজন ইশ্বৰ আচে বুলি জানে, আৰু জিৱাত্মাৰ অনন্ত আয়ুস আচে, ইয়াকো বিশ্বাস কৰে। ইশ্বৰে জি ভাল দেখে, তাকে তেঁও অৱস্যে কৰিব, এনেকৈ ভাবি সিইঁতে প্ৰাৰ্থনা ন কৰে। আৰু ইশ্বৰৰ বাহিৰে আন দেৱতা আচে, বিশেসকৈ সুজ আৰু চন্দ্ৰ মণ্ডলত দুজন প্ৰধান দেৱতা থাকে বুলি মানে। সকলো সাপত বিশেসকৈ জুনুকা বজোৱা ডাইল সাপত দেৱতাৰ গুন সক্তি থকা জেন বুজি কোনো সাপ নে মাৰে। মায়াপি কৰমো কৰে। সিইঁতৰ বেজে ঔসধৰ জোলোঙ্গা লৈ তাৰ ভিতৰত মৰাৰ হাৰ, চৰাইৰ পাখি, এনে জেঙ্গ জাবৰ ভৰাই লিএ। দেৱতাৰ নিমিত্তে ধঁপাত, ফটা কানি আৰু আন আন বস্তু সিলৰ ওপৰত দি থৈ।

কলম্বচৰ দোআৰাই পচিম দিপ ১৪৯২ সঁকত দৰ্সন পালে, আৰু তাৰ পাচে ইস্পানিয়াৰ অনেক সেনাপতি আৰু বনুআ লোকে মেক্‌চিকো আৰু পিৰু দেসলৈ গল; কিন্তু উত্তৰ ফালে ১৬০০ সঁকৰ আগেয়ে ইউৰপৰ কোনো লোকেও নিবাস কৰিবলৈ ন হল। ১৪৯৩ সঁকত ৰুমিয়া ৰজাই উত্তৰ আমেৰিকা গোটেই থনক ইস্পানিয়াৰ তল কৰিলে। পাচে ইঙ্গৰাজিএ পাপাৰ ধৰম ন প্ৰবৰ্তাৰ কাৰনে সিবিলাকক তাত থাকিবলৈ নিবাৰন কৰিব খুজিলে। ৰুমিয়া ধৰম থাপন কৰিবলৈ চাৰি বেলি সেনা সেনাপতি পাদুৰিবিলাকে নৈতে আমেৰিকালৈ পঠালে, কিন্তু সিবিলাকৰ স্ৰম বিফল। ১৫৩৯ সঁকত হৰ্নান্দো দিচোতো নামে এজন বৰ লোকে ৯০০ মানুহে নৈতে গৈ ফলৰিদা দেসত সোমাই মিচিচিপি নদিলৈকে গল, পাচে সেই নদি তাৰ মৈদাম হল, তাৰ লগৰ মানুহো নৰিয়া আৰু বনত মৰি একো কাৰ্জ সাধিব নোআৰিলে।

১৬০৭ সঁকত ইঙ্গলণ্ডৰ পৰা প্ৰৱাসি এস জন লোক গৈ বৰ্জিনিয়া নামে এক দেস পাতিব ধৰিলে। এঁকাল আৰু দুখৰ দোআৰাই এবচৰৰ ভিতৰত সিবিলাকৰ ৬২ জন মৰিল। দুই বচৰৰ পাচে নতুনকৈ অহাবিলাকেৰে নৈতে সিবিলাকৰ ৫০০ মানুহ হল; কিন্তু তাৰ পাচে এঁকাল হোআত ৬ মাহৰ মুৰত সকলোৰে মাজত কেৱল ৬০ তিনি কুৰি মানুহ জিয়াই আচিল। পাচে আন মানুহ গৈ থকাত ক্ৰমেৰে সিইঁতৰ সংখ্যা বাঢ়িল। প্ৰায়ে মতাবিলাকহে গৈচিল, তিৰোতা মানুহ তাকৰ; সেই কাৰনে ১৬২০ সঁকত ৯০ জনি গাভৰু চোআলিক ইংলণ্ডৰ পৰা আনি গ্ৰিহস্ত লোকক চোআলিএ পতি ৫০ সেৰৰ পৰা ৭৫ সেৰ ধঁপাতলৈকে দাম কৰি বেচিলে।

বৰ্জিনিয়া দেসত প্ৰৱাস কৰিবৰ পাচত ইঙ্গলণ্ডৰ কোনো কোনো খ্ৰিষ্টিয়ান মানুহে ৰাজ ধৰম ন প্ৰবৰ্তাত অধিকাৰবিলাকৰ পৰা বহু দুখ পোআৰ কাৰনে জাহাজত উঠি প্ৰথমতে জৰ্মানি দেসলৈ পলাই গল। তাতে ঠাই ভাল নো পোআত ইঙ্গলণ্ডলৈ উভতি আহিল। পাচে আমেৰিকালৈ জাবৰ নিমিত্তে ৰজাৰ হুকুম প্ৰাৰ্থনা কৰি পাই, ১০২ জন জাত্ৰিকে জাহাজত উঠি হদচন নদিত সোমাবৰ ইচাৰে পাৰ হৈ গল, কিন্তু তাৰ উত্তৰ পোনে মাচাতুচিত দেসত বাস পালে। তেতিয়া জাৰ কালি হই, আৰু খোআ বস্তু নে পাই দুখ নৰিয়া হোআৰ কাৰনে এবচৰৰ ভিতৰত সেই মানুহৰ আধা ভাগ মান মৰিল। পাচে সিবিলাকৰ ঠাইলৈ আন আন মানুহে ধৰমৰ কাৰনে জোআত সেই মাচাতুচিত নামে এখন ভাল দেস পাতিলে।



View of the City Hall, New York.

নুয়ৰ্ক দেসত ১৬১৪ সঁকত জৰ্মানি লোকে প্ৰথমে নিবাস কৰিলে; পাচে ১৬৬৪ সঁকত ইঙ্গৰাজিও তালৈ গৈ নগৰ আৰু দেস পাতিলে। সেই নুয়ৰ্ক নগৰ হদ্চন নদিৰ মুখত থকা এক মাজুলিত পতা হৈছে। সেই নগৰৰ নিবাসি এতিয়া ৬,০০,০০০ হৈছে। নগৰৰ মানুহে সংসাৰিক কৰমত গোটি থাকলৈ জি পকি ঘৰ নগৰৰ মাজত আছে, তাৰ নকচা ওপৰত লিখিলোঁ।

১৬৩৩ সঁকত কেতবিলাক ৰোমান কাথলিক লোক গৈ মেৰিলণ্ড নামে এখন দেস পাতিলে। আৰু উলিয়ম পেন নামে এজন বৰ লোকে পেঞ্চিলবেনিয়া নামে আন এখন দেস থাপন কৰিলে; তাৰ ৰাজ নগৰ ফিলাদেল্‌ফিয়া। সেই চাহাৰ আৰু লগৰ মানুহ থৰমি হোআত আদি বাসিএ গৈতে সদাই মিল হৈ আছিল; সিহঁতৰ মাটি থন দি কিনিলে, আৰু ৰন কেতিয়াও ন কৰে।

সেই প্ৰদেসবিলাক বাহিঁ গলত সিবিলাকৰ আপোন আপোন ৰাজ মেল হৈছিল, কিন্তু থাই অধিকাৰবিলাকক হলে ইঙ্গলণ্ডৰ ৰজাইহে পাতে। পাচে প্ৰদেসৰ ৰাজ মেল সকলোএ মান্তি নো হোআতো ইঙ্গলণ্ডৰ ৰাজ মেলে কৰ তুলিবলৈ থৰাত কাঁজিয়া লাগি অনেক ৰন বিগ্ৰহ হই। পাচে নুহেম্‌স্যিৰ, মাচাচুচিত, ৰদাইলণ্ড, কনেক্তিকত, নুয়ৰ্ক, নুজৰ্চি, পেঞ্চিল্‌বেনিয়া, দেলোএৰ, মেৰিলণ্ড, বৰ্জিনিয়া, নৰ্ত কেৰলাইনা, চাওত কেৰলাইনা, জৰ্জিয়া, এই ১৩ খন প্ৰদেসৰ পাঁচনিবিলাকে গোটি থাই মেল কৰি ১৭৭৬ সঁকৰ ৪ জুলাই তাৰিখত আমেৰিকা নামে এখন মিল দেস পাতিলে; আৰু ইঙ্গলণ্ডৰ ফৌজে সৈতে ৰন কৰিবলৈ জৰ্জ ওআসিংতন নামে এজন চাহাবক প্ৰধান সেনাপতি পাতিলে। এই ৰূপে ৬।৭ বচৰলৈকে অনেক জুধ ৰগাৰ হোআত দুই ফালে বহু মানুহ মৰিল। ১৭৮২ সঁকত ইঙ্গলণ্ডৰ মহা ৰজাই সিবিলাকেৰে মিল কৰি বেলেগ দেস পাতিবলৈ এৰি দিলে। সেই ৰনত আমেৰিকাৰ খৰচ প্ৰায়ে ৩০,০০,০০,০০০ ত্ৰিচ কোটি টকা।

আমেৰিকা লোকে ৰজা নে পাতে, কিন্তু প্ৰেচিদন্ত নামে ৪।৪ বচৰলৈ সকৈ দেসাধিকাৰ বাচি লই; ৰায়ত লোকে অতি ভাল পালে কোনো কোনো অধিকাৰক আৰু চাৰি বচৰলৈকে ৰাখে। ১৭৮৯ সঁকত প্ৰথমতে দেসাধিকাৰ পাতিবলৈ ধৰিলে। তাৰ পৰা এতিয়ালৈকে এই এই দেসাধিকাৰৰ নাম।

| সেসাধিকাৰ | ৰাজ প্ৰাপ্ত সঁক | ভোগ |
|---|---|---|
| জৰ্জ ওআসিংতন | ১৭৮৯ | ৮ |
| জন এডমচ | ১৭৯৭ | ৪ |
| তমচ জেফৰ্চন | ১৮০১ | ৮ |
| জেম্‌চ মেডিচন | ১৮০৯ | ৮ |
| জেম্‌চ মনৰৌ | ১৮১৭ | ৮ |
| জন কুইঞ্চি এডম্‌চ | ১৮২৫ | ৪ |
| এন্দ্ৰু জেক্চন | ১৮২৯ | ৮ |
| মাৰ্তিন বেন বিউৰেন | ১৮৩৭ | ৪ |
| উলিয়ম হেনৰি হেৰিচন | ১৮৪১ | মৰিল |
| জন টাইলৰ | ১৮৪১ | ৪ |
| জেম্‌চ নক্স পোল্ক | ১৮৪৫ | ৪ |
| জেকেৰি টেইলৰ | ১৮৪৯ | মৰিল |
| মিলৰ্দ ফিল্‌মোৰ্ | ১৮৫০ | |

আমেৰিকা দেসত একো ৰাজ থৰম থাপন কৰা নাই, কিন্তু আপোন আপোন মনে জি থৰম স্বৰূপ জানে, সেই থৰমৰ দৰে ইস্বৰক

সেৱা কৰে। প্ৰাই সকলো মানুহ খ্ৰিষ্টিয়ান; মেথদিষ্ট, বাপ্তিষ্ট, প্ৰেচ্‌বিতিৰিয়ান, ইপিস্কপেলিয়ান, ৰোমান কাথলিক, এই কেই বিধ মতৰ মানুহ সৰহ।


Scenery on the North American Lakes.

আট্‌লান্তিক সাগৰত পৰা নদি অনেক আচে। কনেতিকত নৈ হিম পৰ্বতৰ পৰা ওলাই বৰ্মন্ত আৰু নুহেম্‌সিয়ৰক বেলেগ কৰি মাচাতুচিত আৰু কনেতিকত দেশৰ মাজেদি সাগৰলৈ বৈ জাই। সেই নদি ৪৯৯ মাইলৰ দিঘল। নুয়ৰ্ক প্ৰদেসত হদ্‌চন নদি, তাৰ দিঘ ৩০০ মাইল; ইয়াৰ দখিনে দেলোএৰ, চস্কুইহেনা, পতোমক, জেমচ, ৰৌনোক, ইয়াদকিন, চান্তি, চাবানা, আল্‌তমহা, এই সকলো নদি দখিন পুবলৈ গৈ সাগৰত পৰে। পতৌমক নদিত ওআসিং্‌তন নামে যোটেই খন দেসৰ ৰাজ নগৰ আচে; সকলো প্ৰদেসৰ পৰা মেলুআইক বাচি লৈ তালৈ পঠাই। সেই নগৰ অতি ডাঙৰ ন হই, কিন্তু নুয়ৰ্ক, বস্তন, ফিলাদেল্‌ফিয়া, বল্‌তিমোৰ, চাৰ্লস্তন চাবানা, এইবিলাক নগৰ প্ৰধান।

বৰ্জিনিয়া, জৰ্জিয়া আদি দখিন প্ৰদেসত বৰ গৰম; তাতে কুহিয়াৰ, গোম ধান, ধঁপাত, কপাহ, এইবিলাক আৰ্জিবলৈ কলা আফ্ৰিকান মানুহ বন্দি কৰি ৰাখে; কিন্তু উত্তৰ প্ৰদেসবিলাকত বন্দি ৰখা অনুচিত দেখি বগা মানুহে আপুনি খেতি কাম কৰে। সিবিলাকৰ দেস ডাল, চেঁচা, কোনো ঠাইত পৰ্বত আৰু বৰ জাৰ থাকে। উত্তৰ সিমাত বৰ বৰ সৰোবৰ আচে, তাত বাজে চেম্‌প্লেন আৰু জৰ্জ নামে দুখন অতি সুন্দৰ সৰোবৰ নুয়ক প্ৰদেসৰ পুব ফালে থাকে, আৰু মাজ ঠাইতো ৬।৭ খন মনোহৰ সৰু সৰোবৰো আচে; তাৰ দাঁতিত হাবি কাটি নগৰ গাঁও আলি চিকন কপেৰে পাতে। নকৈ কৰা এনে গাঁৱৰ নকচা ওপৰত লিখা আচে। তাতে নকৈ সজা ঘৰ আৰু অনেক জাহাজ দেখা জাই॥

## য়িৰুচালমলৈ পৌলৰ প্ৰথম জাত্ৰা ।

Paul's First Visit to Jerusalem.

তেতিয়া তেঁও প্ৰথম বেলি য়িৰুচালম নগৰত পিতৰক দেখা পাবৰ নিমিত্তে গল; কিন্তু তাত পিতৰ আৰু প্ৰভুৰ ভাই য়াকোবৰ বাহিৰে আন কোনো পাঁচনিক লগ নে পালে। গলা ১: ১৯। সেই য়াকোব প্ৰভুৰ মাহিএকৰ পুতেক হোৱাত তেঁওৰ ভাই হল; আৰু পত্ৰ লিখা য়াকোবো তেঁৱে। তেঁৱে তেতিয়া য়িৰুচালম মণ্ডলিৰ বখ্যাক আছিল। সেই ঠাইত পৌলে কেৱল পোন্ধেৰ দিন মাথোন থাকিবলৈ পালে, কিয়নো তেঁও তাত নিৰ্ভয়ে য়িচুৰ কথা কিৰ্ত্তন কৰিলত য়িহুদিবিলাকে মাৰিবলৈ উপাই কৰিলে। তাতে ভায়েকবিলাকে সেই কথাৰ বুজ পাই, কৈচৰিয়ালৈ নি তাৰ্চ নগৰলৈ পঠাই দিলে। পৌলে য়িৰুচালমলৈ জোৱাত খ্ৰিষ্টৰ শঁক ৩৯, আৰু তেঁওৰ বয়স ৩৩ বচৰ হৈছিল। তাতে তেঁও মন্দিৰত থাকোঁতে মুৰ্চ্চিত হৈ প্ৰভুৰ পৰা দৰ্শন পালে। পাঁ ২২: ১৭—২১। সেই তাৰ্চ নগৰতে য়িৰুচালমৰ পৰা বৰ্নাবাই বিচাৰি নৌ জোৱালৈকে তিনি কি চাৰি বচৰ মান কিৰ্ত্তন কৰি থাকিল। পাঁ ৯: ২৯, ৩০। তাৰ পাচে তাৰ্চ নগৰৰ পৰা বৰ্নাবাৰ লগত চুৰিয়া দেশৰ আন্তিয়খিয়া নগৰলৈ আহি; সেই ঠাইতে এবচৰ মান থাকি সুভ বাত্ৰা কিৰ্ত্তন কৰিলে। পাঁ ১১: ২৫।

## য়িৰুচালমলৈ পৌলৰ দুতিয় জাত্ৰা ।

Paul's Second Visit to Jerusalem.

তাৰ পাচে আন্তিয়খিয়া নগৰৰ পৰা পবিত্ৰ লোকলৈ দান দিবৰ কাৰনে বৰ্নাবাৰ লগত পুনৰ বাৰ য়িৰুচালমলৈ গল; কিয়নো আগাৱ ভবিষ্যত বক্তাই কোৱাৰ দৰে সেই কালত সকলো দেশতে বৰ আঁকাল হৈছিল। সেয়ে খ্ৰিষ্টৰ ৪৪ শঁক। এই কথা ৰুৰষ্ণিৰ দোৱাৰাই বুজিছে; কিয়নো ৰুৰষ্ণিৰ মতে সেই ৪৪ শঁকতে ক্লৌদিয় কৈচৰ ৰজা হৈছিল, আৰু তেতিয়াই আঁকালৰ কথাও ঘটিল। জেতিয়া য়িৰুচালমত থকা পবিত্ৰ লোকক দান দিয়া হল, তেতিয়া বৰ্নাবা, পৌল, আৰু মাৰ্ক নামে প্ৰখ্যাত জি য়োহান, এই তিনিও জন পুনৰাই আন্তিয়খিয়া নগৰলৈ উলটি আহিল। সেই মাৰ্কেই বৰ্নাবাৰ ভাগিন, তেঁৱেই সুভ বাত্ৰাও লিখিলে।

### প্ৰশ্ন ।

পৌলে প্ৰথম বাৰ য়িৰুচালমলৈ গৈ কোন পাঁচনিক লগ পালে? তেঁও য়িৰুচালম নগৰত কিমান দিন থাকিল?

তাৰ পৰা তাৰ্চ নগৰলৈ কি কাৰনে গল?

তাৰ্চ নগৰত কিমান বচৰ কিৰ্ত্তন কৰিলে?

তাৰ পৰা পৌলক কোনে আনিবলৈ গল?

তাৰ্চ নগৰৰ পৰা আহি কোন নগৰলৈ আহিল?

পৌল দুতিয় বাৰ য়িৰুচালমলৈ জোৱাৰ কি কাৰন আছিল?

খ্ৰিষ্টৰ কিমান শঁকত সেই আঁকাল হৈছিল?

পৌলৰ লগত আন্তিয়খিয়ালৈ কোন কোন সিস্য আহিল?

মাৰ্কে কি পুথি লিখিলে?

## পৌলৰ প্ৰথম মিস্যনেৰি জাত্ৰা ।

Paul's First Missionary Journey.

জি কালত আন্তিয়খিয়া নগৰত থকা মণ্ডলিৰ লোকে লঘোন আৰু প্ৰাৰ্থনাৰে ইশ্বৰৰ সেৱা কৰিছিল, সেই কালত পবিত্ৰ আত্মাই কলে, জি কৰমত মই বৰ্নাবা আৰু চৌলক নিজোজন কৰিচোঁ, মোলৈ সেই কৰম কৰিবলৈ সিবিলাকক প্ৰিথক কৰি দিয়া। তেতিয়া সিবিলাকে লঘোন আৰু প্ৰাৰ্থনা কৰি পৌল, বৰ্নাবা আৰু মাৰ্কৰ গাত হাত দি বিদাই দিলে। পাঁ ১৩: ৩। সেই ৰুপে আত্মাই পঁচাত সিবিলাকে চেলুকিয়া দেশলৈ গৈ, পাচে জাহাজে কুপ্ৰ মাজুলিলৈ গল। তাৰ পাচে চালামি নগৰ পাই, য়িহুদিৰ নাম ঘৰত সোমাই, কিৰ্ত্তন কৰিলে। পা ১৩: ৫। এই ৰুপে সিবিলাকে সেই মাজুলিৰ পাফ নগৰ-

নৈকে নকলো থানে ফুৰি বুধিমন্ত চৰ্গিয় পৌল নামেৰে সেই দেসৰ অধিকাৰে নৈতে ডাকি কোআ ভবিস্যত বক্তা বৰিচু বা এলুমা, (তাসাৰে মায়াপি) এনে এটা য়িহুদি মানুহক লগ পালে। সেই মায়াপিএ অধিকাৰক পোলে কোআ কথাৰ পৰা ওলোটাবলৈ জতন কৰাত, তেতিয়া চোল, জাৰ নাম পৌল, তেঁও পবিত্ৰ আত্মাৰে পুৰ হৈ একে ঠৰে মায়াপিলৈ চাই কলে, হেৰ চইতানৰ পুতেক, সকলো ধৰমৰ সত্ৰু! কপটতে আৰু দুষ্ট কৰমতে পুৰ হৈ প্ৰভুৰ স্বৰুপ ধৰম পথক লুটিয়াবলৈ নেৰ নে! আৰু চাবি, এতিয়া প্ৰভুৰ হাতে তোক ধৰি আছে, আৰু তই কনা হৈ কেতখনি দিন বেলিকো নে দেখিবি: তেতিয়াই চকু মলিন হৈ তাৰ ওপৰত এন্ধাৰ পৰিল; তাতে সি হাতত ধৰিবলৈ মানুহ বিচাৰি ফুৰিলে। এনে ঘটিবৰ দেখি সেই অধিকাৰে প্ৰভুৰ উপদেসত বিস্মই মানি বিস্বাস কৰিলে। সেই অধিকাৰ কমিয়া মানুহ। পাঁ ১৩ : ৬—১২ ।

পাচে পৌল আৰু তেঁওৰ লগৰবিলাকে কুপ্ৰ মাজুলিৰ পাফ নগৰৰ পৰা পাম্ফুলিয়া দেসৰ পৰ্গা নগৰলৈ আহিল; কিন্তু মাৰ্ক জাৰ নাম য়োহান, সেয়ে সিবিলাকক তাতে এৰি য়িৰুচালমলৈ উভতি গল। তাৰ পাচে সিবিলাকে পৰ্গাৰ পৰা পিচিদিয়া দেসৰ আন্তিয়খিয়া নগৰলৈ গল। তাতে দুই বিস্ৰাম বাৰে নাম ঘৰত সোমাই য়িহুদি আদি বিদেসি লোকবিলাকৰ আগতো কথা কিৰ্ত্তন কৰিলে; তাতে বহু য়িহুদি আৰু য়িহুদি ধৰম লোআ বিদেসি মানুহেও বিস্বাস কৰি পৌল আৰু চিলাৰ লগ ললে। কিন্তু য়িহুদিবিলাকে পৌল আৰু বৰ্নাবাৰ অহিতে নিন্দাৰে তাৰনা কৰি আপোনাৰ সিমাৰ পৰা খেদাই দিলত, পাঁচনিবিলাকে সিইতৰ অহিতে আপোনাৰ ভৰিৰ ধুলি জোকাৰি তাৰ পৰা ইকনিয় নগৰলৈ গল। সেই ঠাইতে সিবিলাক বহু দিন থাকি য়িহুদি আৰু গ্ৰিক মানুহৰ আগত কিৰ্ত্তন কৰিলত, তাতো সিবিলাকক বিস্বাস ন কৰা য়িহুদি লোকে তাৰনা কৰিলে। সেই কাৰনে সিবিলাকে তাৰ পৰাও লুকোনিয়া, লুস্ত্ৰা আৰু দৰ্বি নগৰলৈ গল। সেই লুস্ত্ৰা নগৰতো এটা খোৰাক সুস্থ কৰাত জুপিতৰৰ পোৰোহিতে পৌল আৰু চিলাক দেৱতা বুলি সিবিলাকৰ আগত বলি আদি উচৰ্গিবলৈ আহিছিল। সেই ঠাইতে পৌলৰ নাম মৰ্কুৰি আৰু চিলাৰ নাম জুপিতৰ থলে। পৌল আৰু চিলাই সিইতৰ এনে কৰম দেখি বহু সুমেৰেহে সেই কৰম নিবাৰন কৰিব পাৰিলে।

সেই কৰমৰ পাচে আন্তিয়খিয়া আৰু ইকনিয় নগৰৰ পৰা অহা কেতবোৰ য়িহুদি মানুহে সেই ঠাইৰ লোকবিলাকক কুমতি দি পৌলক সিলেৰে মাৰিলে। পাচে তেঁও মৰিল বুলি জানি নগৰৰ বাহিৰলৈ টানি নি পেলাই দিলে। কিন্তু সিস্যবিলাকে চাৰিও ফালে চাই থকাত পৌলে উঠি নগৰৰ ভিতৰ সোমাল; পাচ দিনা বৰ্নাবাই সৈতে দৰ্বি নগৰলৈ গল; সেই ঠাইতে সুভ বাত্ৰা কিৰ্ত্তন কৰি বহু সিস্য কৰাই পাচে লুস্ত্ৰা আৰু ইকনিয় আৰু পিচিদিয়া দেসৰ আন্তিয়খিয়া নগৰলৈ গৈ ভায়েকবিলাকক থিৰ কৰি, আৰু প্ৰতি মণ্ডলিতে বৃধ লোকক নিজোজন কৰি থলে। পাচে তাৰ পৰা সেই দেসৰ মাজে দি পাম্ফুলিয়া দেসলৈ গৈ পৰ্গা নগৰত কথা কিৰ্ত্তন কৰিলত আতালিয়া নগৰলৈ গল। পাচে তাৰ পৰা জাহাজ মেলি সিবিলাকক জি নগৰত ইস্বৰৰ সুভ বাত্ৰা কিৰ্ত্তন কৰিবলৈ নিজোজন কৰি দিলে, সেই চুৰিয়া দেসৰ আন্তিয়খিয়া নগৰলৈ উভতি আহিল। তাকে পাই মণ্ডলিৰ আগত সিবিলাকৰ সকলো সম্বাদ জনালে। সেই আন্তিয়খিয়া নগৰতে তিনি বচৰতকৈ অধিক দিন থাকিল।

প্ৰশ্ন ।

পৌল আৰু বৰ্নাবাক প্ৰিথক কৰি দিবলৈ কাৰ দোআৰাই বুজিলে?

পবিত্ৰ আত্মাই পঁচাত সিবিলাকে কোন দেসলৈ গল?

কুপ্ৰ মাজুলিৰ পাফ নগৰত পৌলে কেনে মানুহক লগ পালে?

সেই মানুহে অধিকাৰক বিশ্বাসৰ পৰা কিয় ওলোটাব খুজিছিল?

পাচে পৌলে তাক কি কৰিলে?

মানুহৰ শক্তিৰে এনে আচৰিত কৰ্ম্ম কৰিব পাৰে নে?

কুপ্ৰ মাজুলিৰ পৰা পৌল আৰু তেঁওৰ সঙ্গীবিলাকে কলৈ গল?

সেই ঠাইতে পৌলক কোনে এৰি গল?

সিবিলাক পৰ্গাৰ পৰা কোন কোন ঠাইত ফুৰি সুভ বাত্ৰা কিৰ্ত্তন কৰিলে?

সেই সেই ঠাইৰ মানুহে পৌলৰ কথাত বিশ্বাস কৰিলে নে?

লুস্ত্ৰা নগৰত পৌলৰ কি ঘটিল?

তাৰ পাচে সিবিলাক কোন কোন নগৰলৈ গৈ ভায়েকবিলাকক থিৰ কৰিলে?

তাৰ পৰা সিবিলাক কলৈ উভতি আহিল?

আন্তিয়খিয়া নগৰত কিমান বচৰ থাকিল?

## যিৰুচালমলৈ পৌলৰ ত্ৰিতিয় জাত্ৰা ।

Paul's Third Visit to Jerusalem.

জেতিয়া খ্ৰিষ্টিয়ান ধৰ্ম্ম সকলো বিদেসি লোকৰ মাজত বাৰ্হি গল, আৰু অনেক অনেকে খ্ৰিষ্টত বিশ্বাস কৰিলে; তেতিয়া বিশ্বাস কৰা য়িহুদিৰ কেতবিলাকে ফুৰি বিদেসি ভাইবিলাকৰ মাজত এনে সিখ্যা দিবলৈ ধৰিলে, বোলে, তোমালোকে মোচাৰ বিধিৰ দৰে চৰ্ম্মচেদন ন হলে, কেতিয়াও পৰিত্ৰান পাব নোআৰিবা । সেই কথাৰ নিমিত্তে পৌল আৰু বৰ্ণাবাই সৈতে সিহঁতে বহু বাদ বিচাৰ কৰিলে, কিন্তু তাক ঠাৱৰ কৰিবৰ হেতুকে আন্তিয়খিয়া মণ্ডলিৰ লোকে যিৰুচালমত থকা পাঁচনি আৰু বৃিধ লোকৰ ওচৰলৈ পৌল, বৰ্ণাবা আৰু তিতক পঠাই দিলে । তেতিয়া সিবিলাক ফৈনিকিয়া আৰু চোমিৰোনৰ মাজে দি গৈ মণ্ডলি লোকৰ আগত বিদেসি মানুহৰ মন পালটনৰ বাত্ৰা কৈ ভায়েকবিলাকৰ বৰ আনন্দ জনমালে । এই ৰূপে গৈ গৈ যিৰুচালম নগৰ পাই, তাতে সেই সকলো কথা বাত্ৰাৰ বিবেচনা কৰি সকলো বিদেসি ভায়েকবিলাকলৈ পত্ৰ লিখি পঠালে । প্ৰথমে সেই কথাৰ বিচাৰ পৰ কৰাত বিশ্বাস কৰা ফিৰুচিৰ কেতবিলাকে মোচাৰ বিধান পালন কৰিবলৈ অনুমতি কৰিচিল, কিন্তু পাচে পিতৰ আৰু য়াকোবে জি কথা কলে, তাতে সকলো লোকে মন ঠাৱৰ কৰিলে । এই ৰূপে সেই বিচাৰৰ কথা থিৰ কৰা হলত যিৰুচালম মণ্ডলিৰ দুজন প্ৰধান লোক য়িহুদা, জাৰ আৰু নাম বৰ্চাবা, আৰু চিলা, এই দুজনক মনোনিত কৰি পৌল আৰু বৰ্ণাবাৰ লগত পঠাই দিলে । পাঁ ১৫:২৯ । এই কথাৰ বিসয়ে পৌলে গলাতিয়াৰ মণ্ডলিলৈকো লিখিচিল । গলা ২:১—৬ । এই ত্ৰিতিয় বাৰ পৌলে যিৰুচালমলৈ জাত্ৰা কৰাত তেঁওৰ বয়স ৪৪, আৰু খ্ৰিষ্টৰ সঁক ৫০ । গলা ২:১ ।

### প্ৰশ্ন ।

পৌলে ত্ৰিতিয় বাৰ যিৰুচালমলৈ কি সকামে গৈচিল?

চৰ্ম্মচেদন কৰাত বিৰা ধৰ্ম্ম হই নে?

যিৰুচালমত থকা পাঁচনি আৰু বৃিধ লোকে সেই কথাৰ নিমিত্তে কি কৰিলে?

পৌলৰ লগত সিবিলাকে থিৰ কৰা কথা মণ্ডলি লোকত বুজাবলৈ কাক কাক পঠালে?

এই ত্ৰিতিয় বাৰ যিৰুচালমলৈ জোআত পৌলৰ কিমান বচৰ হৈচিল?

## পৌলৰ দুতিয় মিস্যনেৰি জাত্ৰা ।

Paul's Second Missionary Journey.

যিৰুচালম নগৰৰ পৰা উভতি আহি চৰিয়া দেসৰ আন্তিয়খিয়া নগৰত পৌল বহু দিন থাকিল । পাচে পৌলে এক সময়ত বৰ্ণাবাত কলে, আমি জি জি নগৰত ইশ্বৰৰ কথা কিৰ্ত্তন কৰিলোঁ, সেই সেই নগৰৰ মণ্ডলিৰ ভাইবিলাক কেনে আচে, তাকে চাবলৈ জাঁও । তাতে বৰ্ণাবায়ে সেই কথাত

লজ্জাত হৈ জাব খুজিলে। তথাপি বর্ণাবাই মার্কক লগত লবলৈ থিৰ কৰিলত পৌলে তেঁওক লোৱা অজোগ্য মানিলে; কিয়নো প্রথম বাৰ মাকে সিবিলাকৰ লগত সেই কৰ্ম কৰিবলৈ ন গৈ আধা বাটৰ পৰা উভতি আহিল। পাচে সেই কথাত সিবিলাকৰ মাজত বিবাদ হোৱাত বর্ণাবাই মার্কক লৈ জাহাজেৰে কুপ্র মাজুলিলৈ গল। কিন্তু পৌলে চিলাক মনোনিত কৰি, ভায়েকবিলাকৰ পৰা বিদাই হৈ, চুৰিয়া আৰু কিলিয়া দেশে দি ভায়েকবিলাকক থিৰ কৰি কৰি গল।

তাৰ পাচে সিবিলাকে দর্বি আৰু লুস্ত্রা নগৰলৈ গৈ তাতে তিমথি নামে ভায়েকবিলাকৰ মাজত সুজসন্য পোৱা এজন সিস্যক পালে। পৌলে প্রথম বাৰ জাত্রাত কির্ত্তন কৰাৰ দোআৰাই সিস্য হোৱা এই তিমথি হব পাই। পাচে তেঁওক আপোনাৰ লগত লবৰ নিমিত্তে য়িহুদিবিলাকৰ কাৰনে পৌলে চর্ম্মচেদন কৰিলে। তেতিয়া সিবিলাকে তাৰ পৰা গৈ জি জি নগৰত মণ্ডলি থাপন কৰা হৈছিল, সেই সেই নগৰত ফুৰি য়িৰুচালমত থকা পাঁচনি আৰু বৃদ্ধ লোকে নিচই কৰা জি আগ্যা, সেই সকলোকে পালিবৰ নিমিত্তে মানুহবিলাকক আদেস কৰিলে। সেই আগ্যা পাই মণ্ডলিৰ লোক থিৰ হৈ দিনে দিনে লেখত বাহি গল।

তাৰ পাচত সিবিলাক ফিৰুগিয়া আৰু গলাতিয়া দেশে দি জোৱাত পবিত্র আত্মাই আচিয়া দেশত কথা কির্ত্তন কৰিবলৈ বাধা কৰিলে; আৰু মুচিয়া দেশ পোৱাত বিথুনিয়ালৈ জাবৰ মন কৰাত তালৈকো জাব নি দিলে। সেই কাৰনে মুচিয়াৰ পৰা ত্রোআ নগৰলৈ আহিল। তাতে মাকেদনিয়া দেশৰ মানুহৰ আগত সুভ বাত্রা কির্ত্তন কৰিবৰ কাৰনে ৰাতি পৌলক প্রভুএ দর্সন দেখালে। এই হেতুকে তেতিয়াই তালৈ জাবলৈ থিৰ কৰিলে। সেই ত্রোআ নগৰতে লুক নামে প্রিয় বেজক লগ পালে; কিয়নো এই ঠাইৰ পৰা পাঁচনিৰ কৰ্ম লিখোঁতে লুকে আমি বুলি কৈচে।

পাচে ত্রোআৰ পৰা পানিএ জাব লগা হলত জাহাজ মেলি সোন বাটে চামথাকি আৰু নিয়াপলি নগৰ পালে; তাৰ পৰা ন কৈ নিবাস কৰা মাকেদনিয়াৰ এভাগৰ ফিলিপি নগৰ পাই, তাতে কিছু দিন থাকিল। সেই ঠাইতে লুদিয়া নামে বেঙ্গেনা বৰনিয়া কাপোৰ বেহেৰুৱা এজনি মাইকি আৰু তাইৰ ঘৰৰ সকলোএ সৈতে পৌলৰ কথা সুনি প্রভুত বিশ্বাস কৰি বুৰ পালে। এয়ে ঘৰৰ সকলোএ সৈতে বিশ্বাস কৰা প্রথম পৰিয়াল। পাচে সিবিলাকে প্রার্থনা কৰা ঘৰলৈ জাওঁতে এজনি ভুতে পোৱা চোআলিএ পৌলক আৰু চিলাক দেখি অনেক দিন এই ৰূপে কলে, এই মানুহবিলাক সর্ব্বোপৰি ইশ্বৰৰ সেৱক হৈ আমাৰ আগত পৰিত্রানৰ পথ দেখাইচে। তাতে পৌলে অসন্তোস পাই, য়িচু খ্রিষ্টৰ নামে তাইৰ পৰা বাহিৰ ওলাবলৈ ভুতক আগ্যা কৰিলে, তেতিয়া সেই চোআলিৰ পৰা ভুত ওলাল। কিন্তু তাইৰ অধিকাৰে এই কথা দেখি; মনেৰে অতি খঙ্গ হল; কিয়নো চোআলিৰ ভিতৰত জিমান দিনলৈ ভুত আছিল, সেইমান দিন তাই মঙ্গল চাই আপোনাৰ অধিকাৰক সৰহ ধন আর্জি দিছিল; পাচে জেতিয়া ভুত তাইৰ পৰা ওলাল, তেতিয়া মঙ্গল চাব নোৱৰাত লাভৰ আসা গুচিল। তাতে পৌলকে আৰু চিলাকে ধৰি সোধৰ অধিকাৰৰ আগত লৈ ধাই দিয়াত, অধিকাৰবিলাকে পাঁচনিলোকক বহু শাস্তি কৰাই বন্দি শালত সুমাই থব দিলে। তেতিয়া বন্দি শালৰ ৰখিয়াই এনে আগ্যা পাই, সিবিলাকৰ ভৰিত কুন্দা সুমাই ভিতৰ বন্দি শালত ৰাখি থলে। তাতে সিবিলাক বন্দিআৰ হৈ থাকিল; কিন্তু ৰাতি মাজনিশা সিবিলাক দুয়ো প্রার্থনা কৰি ইশ্বৰলৈ গিত গালে; তেতিয়া বন্দি শালৰ ভিতৰত ভুইকঁপ গল, আৰু সকলোৰে বান্ধ মুকলি হল। তাকে বন্দি শালৰ ৰখিয়াই দেখি সকলো

বন্দিয়াৰবোৰ পলাল বুলি, মনত ভয় লাগি আপোনাকে আপুনি বধ কৰিবলৈ ধৰিলে। কিন্তু পৌলে কলে, তুমি আপোনাক একো হিংসা ন কৰিবা, কিয়নো আমি আটাইবোৰ ইয়াতে আচোঁ। তেতিয়া সি চাকি লগাই কঁপি কঁপি পাঁচনিৰ ভৰিত পৰি সুধিলে, হে আতা সকল, পৰিত্ৰান পাবলৈ মই কি কৰিম! এই ৰূপে হোআত সেই বন্দি সালৰ ৰখিয়াই ৰাতিৰ সেই ভাঁৰতে পাঁচনিবিলাকক নি সিবিলাকৰ কোবৰ ঘা ধুআলে; পাচে আপোনাৰ ঘৰৰ সকলোএ সৈতে বিশ্বাস কৰি ৰাতিতে বুৰ পালে। ইয়াৰে সুভ বাত্ৰাৰ মহিমা সুন্দৰ ৰূপে প্ৰকাস হৈছে; দেখা, জি মানুহে আগেএ পাঁচনিবিলাকে এনে লাঞ্চি পোআতো একো দায়া নো হোআকৈ ভৰিত কুন্দা মাৰি ভিতৰ বন্দি সালত সুমাই ৰাখিলে, সেই মানুহে সুভ বাত্ৰা গ্ৰাজ্য কৰাত আগৰ স্বভাৱৰ পৰা কিমান বেলেগ হল। আগেএ হলে দুখ পোআ পাঁচনি লোকলৈ একো চিন্তা ন কৰিলে; কিন্তু পাচে তেতিয়াই সিবিলাকক আপোনাৰ ঘৰলৈ নিলে, আৰু চাবুকৰ কোবত পিঠিত জি ঘা লাগিচিল, সেইবোৰক ধুআই সিবিলাকৰ আগত আহাৰ দিলে। এই ৰূপে প্ৰভুএ সিবিলাকৰ দোআৰাই আপোন মহিমা প্ৰকাস কৰালে। পাচ দিনা বন্দি সালৰ পৰা পাঁচনিবিলাকক উলিয়াই দিয়াত সিবিলাক গৈ লুদিয়াৰ ঘৰত সোমাই তাতে ভায়েকবিলাকক সান্তনা কৰালে।

তাৰ পাচে সিবিলাক আমফিপলি আৰু আপলোনিয়া নগৰে দি গৈ থেচালনিকি নগৰ পালে। তাতে য়িহুদিবিলাকৰ নাম ঘৰ থকাত পৌলে আপোনাৰ আচাৰৰ দৰে তিনি বিস্ৰাম ৰাৰত সিবিলাকে সৈতে যিচু জে অভিসেক খ্ৰিষ্ট হই, তাৰ প্ৰমান দিলে। সেই ঠাইতো য়িহুদি আৰু গ্ৰিক মুনিহ তিৰোতায়ো বিশ্বাস কৰি সিস্য হল। কিন্তু অবিশ্বাসি য়িহুদিবোৰে পৌলক ধৰিবৰ কাৰনে য়াচোনক ধৰি কিচু দুখ দিলে। সেই কথাৰ নিমিত্তে ভায়েকবিলাকে ৰাতিএই পৌলক বেৰয়া নগৰলৈ পঠাই দিলে। তাতে পৌলে থেচালনিকিৰ পৰা হিংসক য়িহুদিবিলাক গৈ তেঁওক তাৰনা ন কৰালৈকে ইশ্বৰৰ কথা কিৰ্ত্তন কৰিলে। সেই ঠাইৰ মানুহ থেচালনিকিৰ মানুহতকৈ সুমতি হোআতে পৌলে কোআ কথা হই কি ন হই, তাক নিতে নিতে ধৰম সাস্ত্ৰত বিচাৰ কৰিচিল। তাতো মুনিহ তিৰোতা বহু মানুহে বিশ্বাস কৰিলে। পাচে য়িহুদিবিলাকৰ নিমিত্তে ভায়েকবিলাকে পৌলক সাগৰৰ ফাললৈ পঠাই দিলে। কিন্তু চিলা আৰু তিমথিৰ সেই ঠাইতে থৈ আহিল। তাৰ পাচে পৌলে আথিনি নগৰ পাই, চিলা আৰু তিমথি অহালৈকে মনে মনে থাকি কিচু জিৰনি লব খুজিলে; কিন্তু সেই আথিনি নগৰ ইমান মুৰ্ত্তিৰে ভৰি থকা দেখি তেঁওৰ মনত অতি খেদ পালে; সেই নিমিত্তে আৰু মনে মনে থাকিব নোআৰি হাতে বাটে জাকে পালে, তাৰে সৈতে বাদ বিচাৰ কৰিলে। তেনেকৈ বাদ বিচাৰ কৰি থাকোঁতে স্তয়িকি আৰু এপিকুৰি মতত চলা কেতবোৰ গিয়ানিএ পৌলক পাই বাদ অনুবাদ কৰিলে। সেই এপিকুৰিৰ মত এই, সিইতে স্বৰগৰ দুত আৰু আত্মা নাই বোলে, আৰু জগতত জি সুখ ভোগ কৰে, তাৰ বাহিৰে আৰু পৰলোকত একো সুখ দুখ নাই বোলে। স্তয়িকিএ হলে সদাই সকলো কথাত বাদ বিচাৰ কৰি থাকে। সেই সকলো কথাৰ পাচত পৌলক সিইতে আৰিয়পাগ নামে এক মেল কৰা থানলৈ নিয়া হল; তাতে পৌলে সিইতৰ দেৱতা জে একো ন হই, ইয়াৰ প্ৰমান বুজাবৰ নিমিত্তে বহু কথা কিৰ্ত্তন কৰিলে। কিয়নো সেই আথিনি নগৰৰ সকলো দেসৰ হেজাৰ হেজাৰ মুৰ্ত্তি সাজি পূজা কৰে। সিইতে জিমান দেৱতাৰ নাম আৰু জিমানৰ কথা মনেৰে ভাবিব পাৰে, সেই আটাইৰে মুৰ্ত্তি কৰি সিইতৰ আগত সেৱা পূজা কৰে। কিন্তু সেইবোৰ দেৱতাৰ বাজেও সিইতে কেতিয়াও সু সুনা আৰু ন জনা দেৱতা এজন থাকিব পাই বুলি ভাবি,

"অবিদিত ইশ্বৰলৈ" এনে এটা হোমৰ ভেঁটি সাজি থৈছিল। তাকে পৌলে দেখি সেই কথাৰে সৈতে নিৰাকাৰ নে দেখা ইশ্বৰৰ কথা সিইতৰ আগত কিৰ্ত্তন কৰিলে। আৰু জি দিনত ইশ্বৰে মানুহৰ সোধ কৰিব, এনে দিনৰ কথাও সিবিলাকৰ আগত প্ৰকাস কৰিলে। তাতে তেঁওৰ কথাত কেতবোৰে ভাল পাই বিশ্বাস কৰিলে, কেতবোৰে অবিশ্বাসি হৈ নিন্দা কৰিলে।

সেই আথিনি নগৰতে চিলাই আৰু তিমথিএ থেচালনিকি নগৰৰ পৰা আহি পৌলক লগ ললেহি। কিন্তু থেচালনিকিৰ ভায়েকবিলাক বিশ্বাসত বাঢ়িছে জোআৰ কথা সুনি সিবিলাকক অকলেই এৰিবৰ মন ন কৰি পুনৰাই চিলাক আৰু তিমথিক তালৈ পঠাই দিলে। ১ থে ৩: ১—৩। তাৰ পাচে পৌলে আথিনিৰ পৰা গৈ কৰিন্থ নগৰ পালে। তাতে প্ৰিস্কিলা আৰু আকুলা নামে দুজন সিস্যক লগ পাই, সিবিলাকে সৈতে পৌলে আপোনাৰ প্ৰতিপালন হবৰ নিমিত্তে তাম্বু ঘৰ সাজিলে; কিন্তু বিস্ৰাম বাৰে বাৰে সকলো মানুহৰ আগত সুভ বাত্ৰা কিৰ্ত্তন কৰি থাকিল।

পাচে জেতিয়া মাকেদনিয়া দেসৰ থেচালনিকি নগৰৰ পৰা চিলা আৰু তিমথি আহিল, তেতিয়া পৌলে তাম্বু ঘৰ নে সাজি কেৱল কথা কিৰ্ত্তনত মন দিলে; কিয়নো তেঁওৰ প্ৰতিপালৰ নিমিত্তে থেচালনিকিৰ ভায়েকবিলাকে দান পঠাব পাই। ২ ক ৮: ১—৫। এই ঠাইতে প্ৰভুএ পৌলক দৰ্সন দি কলে, তুমি নিভয় হৈ নিজম দি নে থাকি কথা কোআ, কিয়নো এই নগৰত মোৰ অনেক মানুহ আছে। সেই কথাতে পৌলে সাহ কৰি, সুভ বাত্ৰা কিৰ্ত্তন কৰি ডেৰ বচৰলৈকে তাতে থাকিল। সেই ঠাইতে সাম ঘৰৰ প্ৰধান গৰাকি ক্ৰিস্পে আপোনাৰ ঘৰৰ সকলোএ সৈতে বিশ্বাস কৰি বুৰ দিওআ হল। এয়ে ত্ৰিতিয় ঘৰ; কিন্তু এই তিনি ঘৰৰ মাজতো কোনো বিশ্বাস কৰিব নোঅৰা এনে কেঁচুআ লৰা চোআলিক বুৰ দিওআৰ কথা কতো লিখা নাই। এই কৰিন্থ নগৰৰ পৰা থেচালনিকি মণ্ডলিলৈ দুখন পত্ৰ লিখিলে; সেয়ে খ্ৰিষ্টৰ সঁক ৫২ ৰ পৰা ৫৪ লৈকে হব পাই। পৌলে কৰিন্থ নগৰত কিৰ্ত্তন কৰাৰ পাচে য়িৰুচালমত জি পৰ্ব্ব হবৰ ওচৰ হৈছিল, তালৈ জাবলৈ কাৰ্বাৰ কৰিলে। সেই কাৰনে তেঁও তাৰ পৰা এফেচলৈ গল; তাতে প্ৰিস্কিলা আৰু আকুলাক এৰিলে। তাৰ পৰা জাহাজ মেলি কৈচৰিয়া পাই, পাচে চতুৰ্থ বাৰ য়িৰুচালমলৈ গৈ তাতে মণ্ডলিক নমস্কাৰ কৰিলে। তাতে কিচু দিন থাকি আকও আন্তিয়খিয়া নগৰলৈ আহিল। পৌলৰ এই দুতিয় মিস্যনেৰি জাত্ৰাত চাৰি বচৰ, অৰ্থাত খ্ৰিষ্টৰ সঁক ৫৫ হল।

## প্ৰশ্ন ।

দুতিয় বাৰ মিস্যনেৰি জাত্ৰা কৰাত পৌলৰ লগত কোন গল? বৰ্নাবাই কাক মনোনিত কৰি ললে?

পৌলে কোন দেসে দি ভায়েকবিলাকক থিৰ কৰি গল?

লুস্ত্ৰা নগৰত পৌলে কাক লগ পালে?

ত্ৰোআ নগৰত পৌলে ৰাতি কি দৰ্সন পালে?

সেই নগৰত পৌলে কোন মানুহক লগ পালে? ত্ৰোআৰ পৰা সিবিলাকে কোন দেসলৈ গল?

ফিলিপি নগৰত পৌলৰ কথা সুনি কোনে বিশ্বাস কৰিলে?

সেই ঠাইত সিবিলাকৰ কি ঘটিল?

বন্দি সালত থাকোঁতে সিবিলাকে ৰাতি কি কৰিছিল?

বন্দি সালৰ কোন মানুহে সিবিলাকৰ কথা সুনি প্ৰভুত বিশ্বাস কৰিলে?

সকলোএ সৈতে বিশ্বাস কৰা এয়ে কেই ঘৰ? প্ৰভুলৈ মন পালটাৰ পাচত মানুহৰ মন কেনে হই?

পৌলে তাৰ পৰা গৈ থেচালনিকি নগৰত কেই বিস্ৰাম বাৰ কিৰ্ত্তন কৰিলে?

বেচালনিকি আৰু বেৰয়া নগৰত কোনো-ৰাই প্ৰভুত বিশ্বাস কৰিলে নে?

তাৰ পাচে পৌল কোন নগৰলৈ গল?

সেই আথিনি নগৰ কিহেৰে পুৰ হৈ আচিল? পৌলে সেই নগৰ দেখি মনত কেনে লাগিল?

সেও দেৱিত কিবা ইশ্বৰৰ শক্তি আচে নে?

আথিনি নগৰৰ পৰা পৌলে কলৈ গল?

কৰিন্ত নগৰত কিমান দিন কিৰ্ত্তন কৰিলে?

সেই নগৰত পৌলে কিবা দৰ্শন পাইচিল নে? পৌলে প্ৰিস্কিলা আৰু আকুলাক কোন ঠাইত এৰিলে?

## পৌলৰ ত্ৰিতিয় মিচ্যনেৰি জাত্ৰা ।

Paul's Third Missionary Journey.

তাতে দিন চাৰেক থাকি সেই নগৰৰ পৰা পুনৰাই আপোনাৰ মিচ্যনেৰি জাত্ৰা কৰিলে। তাৰ পৰা তেঁও গলাতিয়া আৰু ফ্ৰিকগিয়া দেস খনতে ফুৰি সিস্যবিলাকক ধৰমত থিৰ কৰিলে, অৰ্থাত সিবিলাক নতুন হোআত জি জি কথা আৰু আগ্যা নে জানি আচিল, সেই সকলোকে সম্পুৰ্নকৈ সিকাই দিলে। সেই ৰূপে গলাতিয়া আৰু ফ্ৰিকগিয়াৰ পৰা ওপৰ দেসে দি গৈ এফেচ নগৰ পালে। সেই নগৰতে পৌলে য়োহানৰ নামেৰে বুৰ পোআ বাৰে জন মান সিস্যক লগ পাই সুধিলে, তোমোলাকে পবিত্ৰ আত্মা পালা নে? তাতে সিহঁতে কলে, পবিত্ৰ আত্মা জে আচে তাক আমি সুনাই নাই। প্ৰভু য়িচু খ্ৰিষ্ট জদি সেই জগতত অৱতাৰ ন ধৰা হলে আমিও পবিত্ৰ আত্মাৰ কথা কেতিয়াও বুজ নে পালোঁহঁতেন। তেঁৰে আহি জি জনক কোনোএ কেতিয়াও দেখা নাই, এনে জনক আমাৰ আগত পিত্ৰি, পুত্ৰ, পবিত্ৰ আত্মা এই তিনি ভাৱে প্ৰকাস কৰি দেখালে। তাৰ পাচত পৌলে সিবিলাকক প্ৰভু য়িচু খ্ৰিষ্টৰ নামত বুৰ দিওআত তেতিয়া পবিত্ৰ আত্মাৰ দান সিবিলাকলৈ আহিল। পাচে পৌলে য়িহুদিবিলাকে সৈতে তিনি মাহ মানলৈকে কিৰ্ত্তন কৰিলে, কিন্তু জেতিয়া অবিশ্বাসি লোকবোৰৰ মন কঠিন হৈ গল, তেতিয়া তেঁও তুৰান নামে এজনৰ পঢ়া শালিত দুই বচৰলৈকে কিৰ্ত্তন কৰিলে। এই ৰূপে দুই বচৰলৈকে তেঁও এফেচ নগৰত সুভ বাত্ৰা কিৰ্ত্তন কৰিলত সকলো মানুহে প্ৰভুৰ কথা সুনিবলৈ পালে। আৰু ইশ্বৰে পৌলৰ হতুআই এনে আচৰিত কৰম কৰালে, তেঁওৰ গাৰ গামোচাকো জদি নৰিয়া মানুহৰ ওচৰলৈ নিএ, তেতিয়াই সি ৰোগৰ পৰা মুক্তি হই। পৌলে এই ৰূপ বিস্মই কৰম কৰা হলত, স্কেৱা নামে এজন পোৰোহিতৰ সাত জন পুতেকেও সেই ৰূপে প্ৰভুৰ নাম লৈ ভুতক খেদাৰ খোজাত ভুতে মাত লগাই কলে, য়িচুক জানোঁ, পৌলকো চিনোঁ, কিন্তু তহঁত কোন, ইয়াকে বুলি ভুতে পোআ মানুহটে সিহঁতৰ ওপৰত পৰি সিহঁতক ঘৰৰ পৰা খেদালে। তাতে সকলো মানুহে এনে কৰম দেখি, মনত অতি ভই পাই, আপোনাৰ মায়া কৰম কৰা পুথিবোৰ আনি আটাইৰে আগত পুৰি পেলালে; আৰু সেই পুথিবোৰৰ মুল্য গনিলত আৰৈ কুৰি হেজাৰ ৰুপ হল। সেই ৰূপে সেই দেসত প্ৰভুৰ নামৰ জসস্যা বাৰ্হি গল।

এইবিলাক কৰম পুৰ হলত পৌলে মাকেদনিয়া আৰু আখায়া দেসে দি জাবৰ মন কৰি কলে, তালৈ জোআৰ পাচে মই ৰোম নগৰকো দেখা পাব লাগিব। এই কথা তেঁও পবিত্ৰ আত্মাৰ দোআৰাই বুজিব পাই। তাতে তেঁওৰ আগেএ তালৈ এৰাস্ত আৰু তিমথিক পাঁচিলে. কিন্তু তেঁও আচিয়া অৰ্থাত এফেচ নগৰতে কিচু দিন থাকিল। সেই কালত আৰ্তেমি মহা দেৱিৰ কাৰনে বৰ হুৰা মুৰা হৈচিল; কিয়নো পৌলে সেই এফেচ নগৰত দুই বচৰলৈকে থাকি খ্ৰিষ্টৰ সুভ বাত্ৰা কিৰ্ত্তন কৰাত অনেক দেও পুজক লোকে প্ৰভুত বিশ্বাস কৰিলে। আৰু মানুহে আপোনাৰ নিৰ্বলি আৰু নিৰ্বুধি হাতেৰে সজা অচেতন মুৰ্ত্তিক হেলা

কৰিলে। তাতে জিবিলাকে সেই আৰ্তেমি দেৱিৰ সচ দল সাজি মানুহবোৰক বেচে সিহঁতৰো সেই কৰম হেলা হোআত সেই কাৰিকৰবিলাকৰ মাজৰ প্ৰধান হোআ দিমিত্ৰিএ এই কথা দেখি মনত থঙ্গ হৈ, নগৰৰ মাজত এই কথাৰে বৰ হুৰা মুৰা লগালে। কিন্তু ইস্বৰে আপোনাৰ সেৱক পৌলক সেই সকলো দুখৰ আৰু সিংহৰ হাতৰ পৰা উধাৰ কৰিবলৈ সহাই হোআত কোনোএ তেঁওক একো দুখ দিব নোআৰিলে।

পৌল পাঁচনিএ সেই এফেচ নগৰতে প্ৰাই তিনি বচৰ মান থাকোঁতে খ্ৰিষ্টৰ ৫৬ সঁকত গলাতিয়াৰ পত্ৰ লিখিলে। আৰু ৫৮ সঁকত কৰিন্তিৰ প্ৰথম দুতিয় দুয়ো খনি পত্ৰ লিখিলে। তাৰ পাচত কৰিন্ত নগৰত জি অলপ কাল আচিল, তেতিয়াই ৰুমিয়ালৈ পত্ৰ লিখি ফৈবি নামে এক তিৰিৰ হাতে পঠাই দিচিল; সেয়ে খ্ৰিষ্টৰ ৫৯ সঁক।

সেই হুৰা মুৰা গুচিলত পৌলে মাকেদনিয়াই দি জাবলৈ ধৰিলে; পাচে সেই ঠাইৰ পৰা গৈ গ্ৰিক দেস পালেগৈ। তাতে তিনি মাহ থাকি তুৰিয়া দেসলৈ জাবৰ ইচা কৰিলে; কিন্তু য়িহুদিবোৰে তেঁওক মাৰিবলৈ খাপ দি থকাত তেঁও আকও মাকেদনিয়াই দি উভতি জাব খুজি ত্ৰোআ নগৰলৈ আহিল। সেই ঠাইতে তিতক পাবৰ আসাৰে বাট চাই আচিল; কিয়নো তিতে কৰিন্তিৰ প্ৰথম পত্ৰ লৈ গৈচিল, তাতে পৌলে সেই পত্ৰৰ উত্তৰ পাবৰ মনে ত্ৰোআ নগৰত তিতলৈ বাট চালে। ২ ক ২ঃ ১২, ১৩। পাচে পৌলে ত্ৰোআৰ পৰা মাকেদনিয়ালৈ জাব ধৰাত বেৰয়া নগৰৰ চোপাত্ৰ, থেচালনিকিৰ আৰিষ্টাৰ্খ আৰু চেকুণ্ড, দৰ্বি নগৰৰ গাই আৰু তিমথি, আচিয়া দেসৰ তুখিক আৰু ত্ৰফিম, এই সকলো তেঁওৰ লগত গল। পাচে সেই ত্ৰোআ নগৰ পাই তাতে সাত দিন থাকি সপ্তাহৰ প্ৰথম দিনা প্ৰভুৰ ভোজ পাতিলে। তাতে পৌলে ৰাতিৰ বহুতলৈকে কিৰ্তন কৰি আচিল, কিয়নো তাৰ পাচ দিনা তেঁও জাবৰ মন কৰিচিল। তাৰ পৰা সিবিলাকে আচ নগৰত পৌলক জাহাজত তুলি লবৰ আসয়েৰে আগ বাঢ়ি আহিল; কিয়নো পৌলে কিচু কিৰ্তন কৰিবৰ মনেৰে খোজ কাঢ়ি জাবৰ মন কৰিচিল। পাচে আচ নগৰত পৌলক তুলি লৈ খিয় মাজুলিৰ সমুখ হল। তাৰ পাচ দিনা চাম মাজুলিলৈ গৈ ত্ৰোগোলিয়তে থাকি পাচ দিনা মিলিত নগৰ পালে। সেই মিলিতৰ পৰা মানুহ পঠাই এফেচৰ বৃধ লোকক মতাই আনি সিবিলাকৰ আগত ইস্বৰৰ কথা কৈ সাৱধান ৰুপে থাকিবলৈ দিলে; কিয়নো তেঁও সিবিলাকক আৰু বাৰ দেখা পাব নোআৰে বুলি জানিলে।

## প্ৰস্ন।

পৌলে ত্ৰিতিয় বাৰ মিস্যনেৰি জাত্ৰাত কোন ঠাইলৈ গল!

সেকে দেসবিলাকত ফুৰি তেঁও কি কৰিলে?

এফেচ নগৰত পৌলে কাক লগ পালে?

সেই সিস্যবিলাকক পাচে কাৰ নামে বুৰ দিয়ালে?

এফেচ নগৰত কিমান বচৰ কিৰ্তন কৰা হল? তাতে প্ৰভুএ পৌলৰ দোআৰাই কি আচৰিত কৰম কৰালে?

পোৰোহিতৰ পুতেকইতে পৌলৰ দৰে ভুতক খেদাব পাৰিলে নে?

সিহঁতক ভুতে কি উত্তৰ দিলে?

এনে কৰম কৰা হলত প্ৰভুৰ নামত কি হল?

ইয়াৰ পাচত আৰ্তেমি দেৱিৰ কথাত কি হুৰা মুৰা হল? কোন দেসৰ মানুহে সেই দেৱিক সেৱা কৰিচিল?

পৌলে এফেচত তিনি বচৰ মান থাকোঁতে কোন কোন মণ্ডলিলৈ পত্ৰ লিখিলে, আৰু তেতিয়া খ্ৰিষ্টৰ কিমান সঁক হৈচিল?

এফেচৰ পৰা পৌল কলৈ গল?

পৌলে য়িৰুচালমলৈ জাব খোজাত মণ্ডলিৰ লোকে তেঁওক কি কৈচিল?

ন. ল.

## পুৰনি অসম বুৰঞ্জি, নং ১৫ ।

Khura Roja—War with the Kochee and Noras.

লাকনি কামাও (২১) সঁকত ৰজা দেৱে বুৰা গোহাঁইকে, বৰ পাত্ৰ গোহাঁইকে, ত্যাওতুকে, ৰূপ সন্দিকৈকে, এই চাৰিক পঠাই ফুচেঙ্গা নৰাক ধৰিব দিলেগৈ । পাচে চাৰিও গৈ জুধ ধৰিলেগৈ; তাতে আমাৰ লাড়ুকাই নামে মানুহ এটা পৰিল । পাচে ফুচেঙ্গা নৰা জুধে নোআৰি বালুকিয়া নগাত সোমালগৈ; তাৰ লৰা তিৰোতা সকল ধৰি আনিলে ।

লাকনি ডাপচেও (২৩) সঁকৰ পুহত ৰজা দেৱে নামচাঙ্গত হাতি ধৰিলে । এনেতে কোঁচৰ ভিতৰুআল ১, টেপু ১, এই দুই লুইতে উজাই আহি নামতি মুখত ৰন ধৰিলেহি । পাচে ৰজা দেৱে এই কথা সুনি, ৰজা দেও, চাৰিঙ্গ ৰজা, বৰ গোহাঁই, বৰ পাত্ৰ গোহাঁই, বুৰা গোহাঁই, এই সকলেৰে গৈ নামতি মুখত জুধ ধৰিলেগৈ । কোঁচৰ মানুহ বিস্তৰ পৰিল । পাচে কোঁচে জুধে নোআৰি দুয়ো পলালি; কোঁচৰ বৰ নাও হিলৈ আনো অস্ত্ৰ সস্ত্ৰ আমাৰ মানুহে বিস্তৰ পাই আনিলে । আৰু পাচে ৰজা দেৱে ফাগুনৰ দিনত চাৰিঙ্গ ৰজাকে, বৰ গোহাঁইকে, বুৰা গোহাঁইকে, বৰ পাত্ৰ গোহাঁইকে, এই চাৰিক পঠাই পুৰাং, পুংসু, এই দুই নগাক ধৰিব দিলেগৈ । পাচে চাৰিও গৈ দুই নগাক ধৰি আনি ৰজা দেৱৰ ঠাইত দিলেহি । লাকনি ৰাইচিঙ্গা (২৪) সঁকত ৰজা দেৱে দিবাং নদিৰ মুখত হাতি ধৰিলে । তাৰ পৰা ৰজা দেৱে চাৰিঙ্গ ৰজাকে, বুৰা গোহাঁইকে, ৰূপ সন্দিকৈকে, এই তিনিক চুটিয়াৰ সেনাপতিক ধৰিব দিলেগৈ । পাচে তিনিও গৈ জুধ ধৰিলেগৈ । পাচে চুটিয়াৰ সেনাপতিএ পলাই গৈ কাস্তা সোমালগৈ । আমাৰ লোকে পাচে পাচে খেদি নি কাস্তা পুখুৰিখনা ঠাই পালেগৈ, তাতে চুটিয়াৰ সেনাপতিকো আন মানুহকো পাই ধৰি আনি ৰজা দেৱৰ ঠাইত দিলেহি । লাকনি মুংনুত (২৫) সঁকত ৰজা দেৱে চাৰিঙ্গ ৰজাকে, বুৰা গোহাঁইকে, আইতনিয়া নগাক জুঁজিবলৈ পঠালে । পাচে নগা পলাল, নগাৰ লৰা তিৰোতা সদোকে ধৰি আনিলে । তাৰ পৰা খেৰেমিয়া নগাক ধৰি আনিলেগৈ; তাৰ পৰা চাৰিঙ্গ ৰজা, বুৰা গোহাঁয়ে জপসিক ধৰি আনিলেগৈ ।

লাকনি প্লেকচান (২৬) সঁকত গুটি ওলাই আমাৰ মানুহ বিস্তৰ মৰিল । পাচে চাৰিঙ্গ ৰজা, বুৰা গোহাঁয়ে তাৰ পৰা আহি ৰজা দেৱক সেৱা কৰিলেহি । লাকনি খুতমিত সঁকত মাস্তৰা আহি নৰা ৰজাৰ গাঁও ভাঙ্গিলেহি; পাচে চুকন নৰা ৰজা ভাগি আহি খামজাঙ্গত ৰলহি । পাচে ৰজা দেৱে এই কথা সুনি তংখাম বৰ গোহাঁইকে, বলিয়া বৰ পাত্ৰকে, কনখাম বুৰা গোহাঁইকে, এই তিনিক পেঙ্গেৰাত গৰ বান্ধিব দিলেগৈ । পাচে ৰজা দেৱে খাওমুং খুকংকেৰিং ১, ৰাংমুঙ্গিয়া পিকতুনৰিন ১, তিৰিংত্যাই ১, লাচামটৌ ১, এই চাৰিৰ হাতত তাইধন খামকং হাতিত জোৰাই অনেক খনি সন্দেস নৰা ৰজালৈ দি পঠালে; আৰু বাকে হাতি সাতোটা দি পঠালে । আৰু কন্যা খুজিবৰ নিমিত্তে চিৰিঙ্গ সকলৰ হাতত জোৰন দিলে । সোনৰ খাৰু ১ জোৰ, কৰ্নবালা ১ জোৰ, বাখৰ পতা বিৰি দুধাৰ, ডিঙ্গিৰ চেও দুধাৰ, হাতৰ চেও দুধাৰ, বাখৰাম আঙ্গঠি ১০, উজণ্টি ১০, ভৰিৰ চেও ২, কাপৰ দুসাজ, এই বস্তু সকল আমাৰ মানুহে নি নৰা ৰজাক খামজাঙ্গত দিলেগৈ ।

পাচে আহাৰৰ দিনত নৰা ৰজা জৌতক সহিতে ভাল মানুহ লগত দি ভনিএকক আমাৰ চিৰিঙ্গ সকলৰ হাতত ৰজা দেৱলৈ দি পঠিয়ালে । পাচে ৰজা দেৱে এই কথা সুনি বৰ গোহাঁই পৰিয়া ত্যাওলুংকম বাজ নেওগ ১, তিৰিংচেংকং ১, এই দুইক অনেক সৈন্যেৰে কন্যা আগ বাঢ়ি আনিব দিলেগৈ; কন্যা চুক্ৰিংৰা মানুহ আহিছিলে । চুংলুংনখিৰা ১, ৰূচাৰনবাদু ১, থাওমুংতং ১, ৰিংবনিক ১, ত্যাওমুংতাওফুলুং ১,

এই পাঁচৰ লগত মইকিয়া, বৰা, পাইক, বিস্তৰ আহিচিলে। জৌতকিয়া বস্তু হাতি ১, ঘোঁৰা ১, বেটি ২ কুৰি, বন্দি ১২০, আন দুব্যো বহুত দিচিলে; তাৰে এটা ভাল মানুহক মইকিয়া পাতি দিলে, সেইটোকে হাতি এটা দিলে। পকা নামে দেঁওধাই এটা দিলে। কাতিৰ দিনত নৰা ৰজা খামজাঙ্গৰ পৰা আইতনত ৰলহি।

লাকনি কুংকেও (২৯) সঁকত ৰজা দেৱে লাচামচেৰাইলুঙ্গকে ১, তিৰিংচেঙ্গকে ১, চিৰিংফচেঙ্গকে ১, এই তিনিক পঠাই দিলে, নৰা ৰজাৰ জিএকক কথা হৈ পলুআই আনিবলৈ। পাচে তিনি চিৰিঙ্গে গৈ ৰজাৰ জিৰে কথা ইওতে নৰা ৰজাৰ কুঁঅৰিএ জানি ৰজাত জনালে, বোলে, তোমাৰ জিএৰক পলুআই নিবলৈ অচম কটকি তিনটা আহিচে। পাচে নৰা ৰজা তিনি কটকিক মাতি নি বুলিলে, পুলিন গুধাওৰ দিনত এনে কথা ন হল, এতিয়া নি কি এনে কথা হব, হাতিৰ দন্ত ওলালে নি কি সোমাই! ভাঙ্গৰ লোকৰ বচন এনে হব নে লাগে; পুৰ্বতো আপোনাৰ ভনিক দিচোঁ; আৰুও জে জিক পলুআই নিবলৈ আহিচ, তোৰ ৰজা অজোগ্য কথা সিকাই পঠাব পাই নে! এই দাই ধৰি আমাৰ লাচাম চেওৰাইলুঙ্গকে, চিৰিঙ্গফচেঙ্গকে, এই দুইৰ কুঠাৰেৰে বুকু চিৰি আগ মঙ্গহ কোআ সগুনক দিলে। তিৰিংচেঙ্গ পলাই আহি সকলো কথা ৰজা দেৱত জনালেহি; পাচে নৰা ৰজা আহি আমাৰ কৰুম, খেৰেম, নামৰুক তিনিকো ভাঙ্গিলেহি; ৰুকমৰ পুতেক ত্যাওলুকক মাৰিলে। পাচে ৰজা দেৱে এই কথা সুনি তিপাম ৰজাকে, চাৰিঙ্গ ৰজাকে, বুৰা গোহাঁইকে, বৰ পাত্ৰ গোহাঁইকে, বৰ গোহাঁইকে, এই পাঁচক মুখ্য কৰি ফুকন ৰকুআ ৰাজ খোআ এই সকলোকে ৰুকমলৈ পঠালে। পাচে ইবোৰে গৈ আলচ কৰি মানুহ ভাগ কৰি লৈ বৰ গোহাঁই ১, বৰ পাত্ৰ গোহাঁই ১, তিপাম ৰজা ১, ত্যাওৰুকম ১, এই চাৰিজ দিহিঙ্গৰ সৌ ফালে গল, বুৰা গোহাঁয়ে ৰাম ফালে গল, চাৰিঙ্গ ৰজা মাজে পাঙ্গৰি গাঁৱে গল। পাচে নৰা ৰজাই কোঁঠৰ পৰা ওলাই চাৰিঙ্গ ৰজাক জুধ ধৰিলে। চাৰিঙ্গ ৰজা ৰব নোআৰি দিহিঙ্গত পৰিলহি, এনেতে আমাৰ লাপু সন্দিকৈ খেদি গৈ কটা কটি লগাই চাৰিঙ্গ ৰজাক একআলে। তৰাইখেক বুৰা গোহাঁয়ে থাইত্যাং হাতিত উঠি জুধ ধৰিলেগৈ। পাচে নৰা ৰজা তৰাইখেক বুৰা গোহাঁইক হাতি কাচিৰে কাটিলে, লাইনাম কামাওত থাইত্যাং হাতিএ সৈতে পৰিল। পাচে তংখাম বৰ গোহাঁয়ে দিহিঙ্গৰ কাখৰত জুধ ধৰিলেগৈ। নৰা ৰজাৰ মানুহ বিস্তৰ পৰিল, নৰা ৰজাও ভাগি পৰ্বত উঠিল। পাচে আমাৰ লোকে পাচে পাচে খেদি গৈ পালে হাতি এটা, ঘোঁৰা তিনটা; তাৰে এটা ঘোঁৰা সোনোআলি জিম ৰঙ্কা, সুনিয়া ফৰ ১। তৰাইখেক বুৰা গোহাঁইৰ মুৰে ডায়েকক বুৰা গোহাঁই পাতিলে।

লাকনি তাওত্যেও (৩০) সঁকত ৰজা দেৱে দিবাং মুখত হাতি ধৰিলে; হাতি ধৰা ঠাইৰ পৰা চাৰিঙ্গ ৰজাকে, বৰ গোহাঁইকে, বুৰা গোহাঁইকে, বৰ পাত্ৰ গোহাঁইকে, এই চাৰিক পেঙ্গেৰাৰ গৰত থাকিব দিলে। এনেতে নৈৰিতি দিসত নেজ লগা তৰা এটা ওলাইচিলে, বাৰে হাত মান নেজ হব।

লাকনি কাপঙ্গি (৩২) সঁকত ৰজা দেও সিঙ্গৰি ঘৰত উঠি সিংহাসনত বহিল। লাকনি খেকচিঙ্গা সঁকত চেকেৰি ৰজা ভোৰন গুৰুকে, শ্ৰি সুল লস্কৰকে, এই দুইক পঠাই ৰজা দেৱত কোআলে, মোৰ ভনি চান্দকলাক প্ৰিতি কাৰনে মই ৰজা দেৱলৈ দিম; পাচে ৰজা দেৱে এই কথা সুনি হাতি ২ টা, ঘোঁৰা দুটা দি আমাৰ নিমতাৰ পুতেক লাচাম ১, ৰঙেৰামুন ১, এই দুইক পঠাই চান্দকলাক খোজালে; কুঁঅৰি খুজি আমাৰ মানুহে সৈতে তাৰ কটকি দুটা আহিল। এনেতে নৰা ৰজা নকিং, নাংখাম, এই দুই হাতি, ঘোঁৰা তিনটা আন বস্তু খুজি

পঠালে। আমাৰ ৰজা দেৱে এই কথা শুনি বুলিলে, সি নৰা ৰজাৰ ভাই পো নি কি? তাকে মই ধন দিম! এই বুলি নি দি নৰাক পঠাই দিলে।

লাকনি কাকেও (৪১) সঁকত পৰ্বতিয়া আই কুঁঅৰি দেও মৰিল। লাকনি ৰাইঙ্গি (৪৪) সঁকত বৰ জনা আই কুঁঅৰি দেও মৰিল। লাকনি খুতচিঙ্গা (৪৮) সঁকত বৰ ভুঁইকঁপ গল। তাতে মাটি ফাটি বালি, লো, পানি ওলাল, ৰজা দেৱৰ হোলোঙ্গত সোঁওতে মানুহ এটা মৰিচিল। লাকনি মুংপ্লাও (৫৫) সঁকত ৰজা দেও স্বৰ্গি হল। এঁওৰ ভোগ ৫২ বচৰ। এই মানে খোৰা ৰজা দেৱৰ কথা সমাপত।

## অনেক দেসৰ সম্বাদ ৷

Journal of Events.

গুআহাটি নগৰত ২৪ নৱেম্বৰ তাৰিখত শ্ৰী যুত দেন্‌ফৰ্ড চাহাবৰ দোআৰাই শ্ৰী জেমচ সিৰবাম ত্ৰিপ আৰু শ্ৰীমতি পতি, এই দুজন খ্ৰিষ্টিয়ান মানুহৰ বিবাহ কৰোআ হৈচিল।

কাপ্তান লুইচ নামে এজন জাহাজৰ অধিকাৰে ৰাংগুন নগৰলৈ গৈ বোজাই ললত নগৰৰ মান অধিকাৰে তেঁওক মাতি মাতি আনাই খন চলকৈ লবৰ নিমিত্তে ২০ দিনলৈকে বৰ দুখ আৰু অমৰ্জতা কৰিলে; সেনত তেঁও ৬০০ টকা ৰুপ দি তাৰ হাত সাৰি আহিল। পাচে এই সকলো কথা গবৰ্নৰ জেনৰল লৰ্ড চাহাবত বুজাই দিলত, লৰ্ড চাহাবে কম্পানিৰ চাৰি খান ৰনুআ জাহাজ তাৰ কাৰন সুধিবলৈ পঠাইচে।

ফন নামে এখান জাহাজ চিঙ্গাপুৰৰ পৰা কলিকতালৈ আহোঁতে জাহাজৰ মলঙ আৰু জাৱা দেসি ৰনুআই কোনো কাজত বেজাৰ পাই কাপ্তান ৰজৰ্চ আৰু তেঁওৰ সহাই দুজন চাহাবকো মাৰি পেলালে। জাহাজত কাপ্তান মেন চাহাব, আৰু আগেএ গুআহাটিত থকা বিচৰ মেম চাহাব লৰাই সৈতে গৈচিল। জাহাজিকবোৰে সিবিলাকক ধৰি সৰু নাৱত তুলি সাগৰত পঠাই দিম, ইয়াকে বুলি নাৱত সুমাই তললৈ সমাঁওতে গুৰিৰ ৰাঙ্ক নে মেলি আগ ফালৰ ৰাঙ্ক বেগাই মেলিলত নাও লুটি খাই সিবিলাক পানিত পৰি মৰিল। পাচে জাহাজত জুই দি ৰামলৈ পোনাই বালিত লগালে; তেতিয়া জি দুজন বঙ্গালি মানুহ জাহাজত আচিল, সিবিলাকে পলাই এই সকলো বাত্ৰা জনালেগৈ।

এতিয়া প্ৰাই ৬ চবৰ হল, চেৰ জন ফ্ৰাঙ্কলিন চাহাবে উত্তৰ হিম সাগৰত ফুৰি বাহিৰ মহলা লবলৈ তিনি খন জাহাজ আৰু চাৰি বচৰলৈ খোআ বস্তু লৈ জাহাজ মেলি গল।



Sir John Franklin.

পাচে সিবিলাকৰ একো বাত্ৰা নে পাই খন চাৰেক ইঙ্গৰাজি আৰু আমেৰিকান জাহাজে তিনি বচৰ মান বিচাৰি ফুৰিচে। কিন্তু সেই সাগৰৰ সকলো ঠাইতে পানি সিল থকাত জাবলৈ দুৰ্গম আৰু অতি ভই। ১৮৫০ সঁকৰ ২৭ আগষ্ট তাৰিখত ওএলিংতন মুঁতিৰ দাঁতিত ইঙ্গৰাজি দুখন, আমেৰিকাৰ দুখন জাহাজ ৰামত লগালত জাহাজিকবোৰে ৰামত ফুৰি থাকোঁতে তিনি মৈধাম প্যা-

লে; আৰু তাৰ ওপৰে কাঠত লিখা ফ্ৰাঙ্কলিন চাহাবৰ লগত জোআ তিনি মানুহৰ নাম পালে; পাচৰটো মৰা তাৰিখ ৩ এপ্ৰিল, ১৮৪৬। সিবিলাকে আন একো বাত্ৰা নে পালে; চেৰ জন ফ্ৰাঙ্কলিন আৰু তেঁওৰ লগৰ সকলো লোক কতোবাত মৰিল বুলি জানে। তেঁওৰ নকচা সি লুটিএ লিখা আচে। আমেৰিকাৰ জাহাজ এখন উভতি আহোঁতে ১৮৫০ সঁকত পানি সিলে বেৰি ধৰি কোনো কালে জাব নোঅৰাকৈ বন্ধ হোআত পানি সিলে ১০০০ মাইলতকৈ দুৰ বাট নি ১৮৫১ সঁকৰ ১০ জুনত সাগৰৰ মুকলি ঠাইত পেলালে।

তাৰ পাচে চেৰ জন ৰচ চাহাবে আন জাহাজে সৈতে হিম সাগৰৰ পৰা উভতি আহি এই বাত্ৰা আনিচে। আদম বিলাক নামে এজন গ্ৰিন্‌লণ্ডৰ আদি বাসি মানুহে প্ৰমান দি কৈচে, ১৮৪৬ সঁকৰ বচৰৰ সেসত ফ্ৰাঙ্কলিন চাহাবৰ দুখন জাহাজ কেপ নৰ্ত্তৰ উত্তৰ ফালে বামত লাগি ভাগিল; কেতবিলাক মানুহ বামত উঠি ৰখ্যা পৰিল, কিন্তু সেই জাৰ কালি ফুৰি ফুৰি জাৰ আৰু লঘোনৰ দোআৰাই নাইবা আদি বাসি সত্ৰুৰ দোআৰাই আটাই মৰিল। এতিয়া ফ্ৰাঙ্কলিন চাহাব আৰু তেঁওৰ লগৰ কোনোবিলাক জিয়াই থকাৰ সকলোৰে আসা গুচিল।

অক্টোবৰ ২০ তাৰিখত মান্দ্ৰাজ নগৰত কাইট চাহাবে বলুনত উঠি ওখ হলত এধাৰা বায়ুএ তাক বেগাই নি সাগৰৰ ফাললৈ উৰুআলে; তাতে কাইট চাহাবে ভই পাই বেগাই বলুন নমালে, তথাপি বামৰ পৰা ২।৩ মাইলৰ আঁতৰত সাগৰত পৰিল, পাচে এক জাহাজ তাৰ ওচৰলৈ গৈ চাহাবক তুলি ৰখ্যা কৰিলে।

মাকাই নামে এজন চাহাবে ইঙ্গলণ্ডৰ পৰা আহি ভিলুপুৰ নগৰত ইস্কুল পাতিলে। তেঁওৰ দুই জিএক হৈচিল, ক্ৰমে তেঁওৰ ঘৈনিএক মৰিল। পাচে ৬ বচৰলৈকে সেই দুজন চোআলি ভাল ৰুপে পোহন পালন কৰি ৰাখিলে; কিন্তু এই বচৰত তেঁওৰ ভনিএক ইঙ্গলণ্ডৰ পৰা আহিলত তাইৰ হাতত চোআলিবোৰক দিলে। সেই ভনিএকে চোআলি দুষ্ট হোআ দেখি নিৰ্দয়া ৰুপে মাৰিবলৈ আৰু আন আন সাস্তি দিবলৈ ধৰিলে। পাচে ৬ অক্টোবৰত পাবে মানে মাৰিলত চোআলি এজনি মৰিল; সি জনিও এধা মৰা হল। সেই ৰুপে বধ কৰা কথা সুনি বিচাৰ কৰ্ত্তাৰ আগ্যাবে ভনিএক আৰু চাহাবকো ধৰা পৰি কইদত ৰাখি থোআ হৈচে।

বল্‌তিক নামে এখান আমেৰিকান ভাপ জাহাজ আগষ্টৰ ৬ তাৰিখে লিবৰপুল নগৰ এৰি ৯ দিন ২০ ঘণ্টাত সাগৰ পাৰ হৈ নুয়ৰ্ক পালেগৈ। আগেয়ে ১০ দিনতকৈ তাকৰে সেই জাত্ৰা কেৱে কৰা নাই। তাৰ মধ্যম ৰুপ গতি ঘণ্টাই পতি ১৫ মাইল।

## ডিচেম্বৰ, অৰ্থাত পুহৰ পঞ্জিকা ।

Almanac for December, 1851.

| ডিচেম্বৰ | আঘোণ | বাৰ | তিথি | দিনমান | ডিচেম্বৰ | পুহ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৬ | ২ | ৮ | ১০।২৫ | ১৭ | ৩ | ৪ | ২৪ | ১০।১৯ |
| ২ | ১৭ | ৩ | ৯ | ১০।২৪ | ১৮ | ৪ | ৫ | ২৬ | ১০।১৮ |
| ৩ | ১৮ | ৪ | ১০ | ১০।২৩ | ১৯ | ৫ | ৬ | ২৭ | ১০।১৮ |
| ৪ | ১৯ | ৫ | ১১ | ১০।২৩ | ২০ | ৬ | ৭ | ২৮ | ১০।১৮ |
| ৫ | ২০ | ৬ | ১২ | ১০।২২ | | | | | |
| ৬ | ২১ | ৭ | ১৩ | ১০।২২ | ২১ | ৭ | ১ | ২৯ | ১০।১৮ |
| | | | | | ২২ | ৮ | ২ | ৩০ | ১০।১৮ |
| ৭ | ২২ | ১ | ১৪ | ১০।২১ | ২৩ | ৯ | ৩ | ১ | ১০।১৮ |
| ৮ | ২৩ | ২ | ১৫ | ১০।২১ | ২৪ | ১০ | ৪ | ২ | ১০।১৮ |
| ৯ | ২৪ | ৩ | ১৬ | ১০।২১ | ২৫ | ১১ | ৫ | ৩ | ১০।১৯ |
| ১০ | ২৫ | ৪ | ১৭ | ১০।২০ | ২৬ | ১২ | ৬ | ৪ | ১০।১৯ |
| ১১ | ২৬ | ৫ | ১৮ | ১০।২০ | ২৭ | ১৩ | ৭ | ৫ | ১০।১৯ |
| ১২ | ২৭ | ৬ | ১৯ | ১০।২০ | | | | | |
| ১৩ | ২৮ | ৭ | ২০ | ১০।১৯ | ২৮ | ১৪ | ১ | ৬ | ১০।১৯ |
| | | | | | ২৯ | ১৫ | ২ | ৭ | ১০।১৯ |
| ১৪ | ২৯ | ১ | ২১ | ১০।১৯ | ৩০ | ১৬ | ৩ | ৮ | ১০।২০ |
| ১৫ | ১ | ২ | ২২ | ১০।১৯ | ৩১ | ১৭ | ৪ | ৮ | ১০।২০ |
| ১৬ | ২ | ৩ | ২৩ | ১০।১৯ | | | | | |

পুনিঁয়া ৯ দিনৰ ৯।৪৫ উটি। আমাবাস্যা ২২ দিনৰ ৯।৫২ ভাটি।

THE ORUNODOI,
*Printed and Published by* O. T. CUTTER, *at the Sibsagor Mission Press.*—N. BROWN, *Editor.*

# অৰুনোদই

৬ বচৰ। মোং সিৱসাগৰ, ডিচেম্বৰ, ১৮৫১। নম্বৰ ১২।

VOL. VI. SIBSAGOR, ASAM, DECEMBER, 1851. NO. 12.


## আমেৰিকা দেসৰ পচিম ভাগ।

The Western States of North America.

উত্তৰ আমেৰিকাৰ পচিম ফালে ৰকি নামে এসাৰি পৰ্বত উত্তৰা দখিনাকৈ আছে। সাগৰৰ পৰা ৫।৬০০ মাইল আঁতৰ হৈছে। তাৰ কোনো কোনো ওখ টিঙ্গ জাৰ আৰু ঘাম কালিও হিমে ঢকা হৈ থাকে। কেতবিলাক টিঙ্গ ৭।৮০০০ হাত ওখ হৈছে। সেই পৰ্বত সাৰিৰ পচিম ফালে আমেৰিকা মিল দেসৰ পচিম ভাগ আছে; পৰ্বতৰ পৰা সাগৰলৈকে মাটি ক্ৰমে ক্ৰমে চাপৰ হৈ থাপ থাপকৈ ভৈয়াম হৈ আছে। আৰু সাগৰৰ পৰা ১০০ মাইল মান আঁতৰ হৈ থকা আন এক সাৰি পৰ্বতো আছে; সেই পৰ্বতত সোন পোৱা জাই।

আমেৰিকাৰ এই পচিম ভাগত অৰেগন, কালিফৰ্নিয়া, ইউতা, আৰু নুমেক্সিকো, এই চাৰি দেস আছে। উত্তৰ ফালে অৰেগন দেস; তাৰ মাজে দি অৰেগন নামে এখন বৰ নদি বৈ গৈ পাচিফিক সাগৰত পৰিছে। ১৭৯১ সঁকত গ্ৰেই নামে বস্তন নগৰৰ এক জাহাজৰ কাপ্তানে সেই নদি দেখা পাই উজাই গৈছিল। পাচে সেই নদিৰ মহলা লবলৈ ১৮০১ সঁকত লুইচ আৰু কিলাৰ্ক নামে দু জন আমেৰিকাৰ লোক ৰকি পৰ্বত পাৰ হৈ অৰেগন নদিত পৰা দু খন নৈ পালে। তাৰ সেই উত্তৰ খন নদিৰ নাম কিলাৰ্ক, দখিন খনৰ নাম লুইচ। সেই দুই নদি জোগ হোৱা ঠাইত অলপ ভাটি ফালে ওআলোআলা নামে এখন নগৰ পাতিছে। সেই জোগ হোৱা ঠাইৰ পৰা নদিৰ মুখলৈ ৪১৩ মাইল।

বাৰিখাত অৰেগন নদি অতি ডাঙ্গৰ, চাপৰ ভৈয়ামবোৰক তল কৰে, আৰু পৰ্বতৰ বহু কাঠ জাঁজি উটি আহে। খেতি কৰিবলৈ মাটি বৰ উৰ্বৰা ন হই। উইলামেত নামে দখিনৰ পৰা অহা এখান নৈ অৰেগন নদিত পৰিছে। তাৰ দাতিত মাটি সাৰুআ; আৰু অৰেগন নামে এখন নগৰ পাতিছে।

অৰেগন নদিৰ মুখত জাহাজ সোমাবলৈ কঠিন; কিয়নো অনেক চটৰ মাজত সুঁতি পাক হৈ গৈছে, দ পানিএ দি নো জোআত কেতিয়াবা জাহাজ চটত লাগি ভাগে। মুখৰ পৰা নদি পতনলৈ ১৮৩ মাইল হৈছে; তালৈকে বৰ জাহাজ জাব পাৰে। পতনৰ উজনি ফালে আৰু ৭০ মাইল মান বৰ নাও অহা জোআ কৰিবলৈ বাধা নাই; কিন্তু সেই ঠাইত ১৫ হাত ওখ গৰা হোআত আৰু বৰ পতন হৈছে। তাৰ পৰা লুইচ আৰু কিলাৰ্ক নদি জোগ হোআ ঠাইলৈকে নাও চলাবলৈ সুগম। সেই জোগ হোআ ঠাইৰ ওচৰতে নদি প্ৰাই ২০০০ হাত বহল।

অৰেগন নদিৰ উত্তৰ ফালে ৰেনি নামে ৮,২২০ হাত ওখ হোআ এটা বল্কেনো অৰ্থাত জুই ওলোআ পৰত আছে। নদিৰ

দখিন ফালে হুদ নামে বৰ ওখ টিঙ্গ আছে।

অৰেগন দেশত ঠায়ে ঠায়ে ইঙ্গৰাজি আৰু আমেৰিকান লোকে নিবাস কৰিবলৈ ধৰিছে। অনেক মিস্যনেৰি লোকো গৈছে; কিন্তু শত্ৰুৰ কাৰণে আবৰ লোকৰ মাজত বহু শিষ্য কৰিবলৈ নে পালে। সেই দেশৰ নিবাসি বগা লোক ১৫,০০০ মান হৈছে।

অৰেগন নদিত বচৰি বহু মাচ ধৰে, সেই মাচৰ নাম চামন, খাবলৈ অতি ভাল। অৰেগন নদি ঠায়ে ঠায়ে বৰ ওখ গৰাৰ পৰা পৰাত মাচবিলাক সেই গৰাত উজাই জাঁওতে বৰ দুখ পাই; নদিৰ উজনি ফালে জি মাচ ধৰে, সেইবোৰ খিন কঁটিয়া আৰু শিলত ঘা লগা হৈছে। কিন্তু নদিৰ মুখত জিবোৰ মাচ পাই, সেইবোৰ তেলাল সোআদ। ঘাম কালি হলে আদি বাসি লোকে মাচ ধৰে, আন কেই মাহত এলাহ কৰি থাকে। জাৰ কালি দুই তিনি মাহ মাটিত হিম থাকে; পাচে বসন্ত কাল হলে গচৰ সিপা আৰু বন কচু বিচাৰি বিচাৰি আৰু চিকাৰ কৰি খাই।

অৰেগনৰ মাজ ঠাইত চেপেটা মুৰিয়া আবৰ থাকে। সৰুতে মাক বাপেকে মুৰ চেপেটা কৰিবলৈ কঁপালত পাট এচটা আৰু পিচ ফালে এচটা বান্ধি ৰখাত মুৰ সেই দৰে বাহিঁ জাই। আগ কালৰ পৰা চালে মুৰ বহল দেখে, কোসৰ পৰা চালে চেপেটা আৰু ওখ। সিহঁতে পহুৰ চাল আৰু মনি আদি অলঙ্কাৰ পিন্ধে; জাৰ কালিত চালৰ জোঁতা আৰু গাত মহৰ সুকান চাল লই। সিহঁতৰ অধিকাৰে দণ্ড কৰিবলৈ শক্তি নাই, কোনোএ জদি জগৰ কৰে, সকলোএ আলচ কৰি তাক দণ্ড দিএ, বা সিহঁতৰ মাজৰ পৰা খেদে। এক ইশ্বৰ আছে বুলি জানে, কিন্তু দেৱতাবোৰক অনেক অনেক আচৰিত-ভাৱে পূজা কৰে। পহু, মাচ, গুটি, এইবিলাক সৰহ হবৰ নিমিত্তে সিহঁতে তপত নিল পানিত পেলাই হাতেৰে উলিয়াই নিএ। কিন্তু লঘোন ন কৰাকৈ এই কৰম ন কৰে। জিয়াই থাকোঁতে সিহঁতৰ জিৱাত্মা কেতিয়াবা সৰিলৰ পৰা ওলাই ভাঁতনি জাই বুলি জানে; এনে অৱস্থা হলে সিহঁতে বেজক মাতে, তাতে সি আহি কিবা মন্ত্ৰেৰে আকৌ তাক সুমাই দিএ।

দিকুকা সুঁতিৰ ওচৰত থকা আবৰ লোক চুটি, শকত আৰু টান পকিয়া। সিহঁতৰো মুৰ চেপেটা, গালৰ হনু ওখ, চকু ভাঁতৰ, নাকত ৰুপৰ সলা মাৰে। সিহঁতৰ দাত চৰাইৰ দৰে কিলিক কালাক কৰে। সেই জাতিৰ নাম কালালাম। মতা মাইকিএ একে বেস ধৰে; চুলি জাউল জাউল, আৰু বৰ মলিন। সৰু লৰাক গচৰ চালেৰে মেৰাই গচৰ ডালত আৰি থই; কান্দিলে মাকে ভৰিৰ আঙ্গুলিত লগোআ জৰিৰে টানি লৰাই দিএ। আন আবৰতকৈ সিহঁত বগা। সিহঁতে মৰা ন নো পোতে; পাটিৰে মুৰিয়াই আওজাই থই; পাচে গোজ পুতি বেৰি ওপৰত পাট দিএ। আন কোনো ঠাইত চাৰি জোপা গচৰ মাজত নাও খন বান্ধি আৰি তাৰ ভিতৰতে মৰা স পচিবলৈ থই। গাম মৰিলে তাৰ পিন্ধা ওৰা খোআ লোআ আৰু চিকাৰ কৰা বস্তু মৰাৰ লগত নাৱতে থই।

পূব ফালে চাপ্তিন বা নেস্পাৰ্চি আবৰ থাকে; সিহঁত বৰ টান মানুহ। ভাগৰ লগাৰ এক দেৱতা বুলি মানে; তাক দমন কৰিবৰ নিমিত্তে ১৮ বচৰ বয়সিয়া সকলো ডেকা লোকে ৩। ৫ বা ৭ দিনলৈ আপোনাৰ গাত এই ৰুপে দুখ দিএ। এহাত দিঘল তিনি চাৰি ডাল আচাৰি লৈ একে বেলি মুখে দি পেটলৈকে সুমাই উলিয়াই থাকে, তাতে উগাৰি সকলো বস্তু বঁতিয়াই। পাচে বহিৰৰ নিমিত্তে পানিৰ ওচৰত এটা গাঁত খানি থই। দুতিয় দিনত লঘোনে থাকি আকৌ আচাৰিবোৰ লৈ মুখৰ পৰা নাইলৈকে জোখেৰে কাটি সুমাবলৈ ধৰি তল পেট নো পোৱে মানে খুঁচি খুঁচি থাকে। জেতিয়া ডিঙ্গিত ঘা লাগে, তেতিয়া এডাল এডাল কমকৈ আচাৰিবোৰ সুমাই। এই ৰুপে দুপৰলৈকে কৰি পাচে ঠেঁচা পানিত সোমাই গধু-

লিলৈকে তাতে থাকে। এই ৰুপে ত্রিতিয় দিনতো কৰি, অলপ মাৰৰ বাহিৰে একো নে খাই। চতুর্থ দিনত কেতখনি সিল তপ-তাই পানিৰে গাঁত পুৰ কৰি তাত সোমাই সেই তপত সিলেৰে সহিব পৰালৈকে পানি তপতাই; পাচে ওলাই বেগতে চেঁচা পা-নিত সোমাই। সেই ৰুপে তপতৰ পৰা চেঁ-চালৈ দিনটো সলনি কৰি থাকে। তাৰ পৰা আৰু ২।৩ দিন সেই ৰুপে কৰি, আমি সক-লো দুখ ভাগৰ দমন কৰিব পাৰোঁ বুলি জানে। বচৰি বচৰি এই ৰুপে কৰে। সেই জাতি আবৰে এদিনত ১০০ মাইলৰ বাট জাব পাৰে।

কলা ভৰিয়া আবৰ ৰকি পর্ব্বতৰ ওপৰত থাকে; সিইঁতৰ সংখ্যা আন্দাজে ২০,০০০ মান হৈছে। সিইঁতে ৰন কৰি সকলোৰে বিৰোধ হৈ থাকে।

আৰু লুইচ নদিৰ ওপৰ ভাগত স্যস্যোন বা সর্প আবৰ নামে ১৫,০০০ মান সংখ্যা-ৰে প্রধান এজাক আছে। তাত বাজে বনাক, চাস্লিচ, কাউবি আদি অনেক জাত আছে। মক্কি নামে বগা আৰু সভ্য এক জাত ইউতা সৰোবৰৰ ওচৰত আছে বুলি কই।

ক্লিমামেত আৰু স্যাস্তি আবৰ অতিসই দুষ্ট; সিবিলাকৰ মাজত সভ্য লোকে ফুৰিব নোআৰে। স্যাস্তি আবৰে ধেনু কাঁৰ মাৰি-বলৈ বৰকৈ জানে। ২০০ হাতৰ আঁতৰত লোকে হিলৈৰে জিমান চিককৈ গুলিয়াব পা-ৰে, সিইঁতেও কাঁৰেৰে সেই মানত মানুহ মাৰিব পাৰে। স্যাস্তি পর্ব্বত প্রায়ে ৯,৫০০ হাত ওখ হৈছে।

অৰেগনৰ দখিন ফালে সাগৰৰ দাঁতিত কালিফর্নিয়া দেস আছে। তাৰ উত্তৰ ভা-গত চাক্রামেন্তো নদি দখিনলৈ বৈ গৈছে। চাক্রামেন্তো নামে এজাত আদি বাসি লোক থাকে, সিবিলাকৰ সংখ্যা প্রায়ে ৪০,০০০। সেই জাতি এজন মানুহৰ নকচা ইয়াত লি-খা আছে। অৰেগনৰ আবৰতকৈ সিইঁত কলা; ওঁঠ ডাঙৰ, নাকো বহল চেপেটা,



Californian Indian.

চুলি দিঘল পোন, ৰাখিলে কৰঙ্গনত পৰে; কিন্তু প্রায়ে তাক কাটি এবেগত মান ৰাখে, সি চাৰিও ফালে বিচাৰ নোমৰ দৰে থিয় হৈ থাকে। কঁপাল ঠেক, ডাঁবি উভলা। মতাতকৈ তিৰোতা মানুহৰ গাত সৰহ জাঁক দিএ; তিৰোতাৰ গাত লাঙ্গটি থাকে, মতাৰ একো নাই। জাৰ কালিত পহুৰ চাল গাত লই; জি মানুহৰ নাই, তাৰ গাত ডাঠকৈ মাটি লিপি, তাৰে উম পাই বুলি কই। ঘৰ সাজিবলৈ গোঁজ পুতি আগ একে ঠাই কৰি বান্ধি চাৰিও পোনে বেঁতেৰে বাৰ বৈ

ওপৰত খেৰ দিএ; ভিতৰে ঠাই ৭।৮ হাত মাথোন বহল। তাতে মতা মাইকি ১০।১২ জন নাঙ্গট আৰু উবহ ওকনিৰে পূৰ হৈ থাকে, অতি অসভ্য যেন লগা মানুহ। কাঠ, সামুক আৰু চৰাই পাখিৰ অলঙ্কাৰ পিন্ধে, সকলো বস্তু খাই। বিয়া কৰোঁতে পৰিয়ালৰ অৰ্থে একো বাধা নাই, এটা মানুহে মাক আৰু জিএকবিলাককো লই। মাইকিবোৰে আটাই কাম কৰে, মতাবোৰে এলাহ কৰি কাল নিয়াই, কাঁৰত বৰ টল। চান ফ্ৰাঙ্কিকোৰ উত্তৰ ফালে মৰাবোৰক পোৰে, দখিন ফালৰবোৰক পোতে। তিনি চাৰি দিনলৈকে পৰিয়ালে মৈদামৰ ওচৰত বিলাপকৈ কান্দে। সাহিয়াল সত্ৰুক মাৰিলে তাক মৰ্জ্জতা কৰিবৰ নিমিত্তে তাৰ এডোখৰ মঙ্গহ খাই। আৰু তাৰ চকু উলিয়াই আনে জেনেকৈ মুৰৰ খোলা ৰাখে, সেই ৰূপে চকু কিবা দৰবেৰে সে গেলাকৈ ৰাখে। নৰিয়া পৰিলে, দুই উপাই মাথোন আছে; প্ৰথম উপাই, ডিঙ্গিলৈকে তপত বালিএৰে পুতি থই, ঘাম বৰকৈ ওলালে নৰিয়াক উলিয়াই চেঁচা পানিত পেলাই। দুতিয় উপাই, যঁৰাৰ নিচিনা সৰু ঘৰ বোৰাৰে লিপি তাৰ মুখত জুই ধৰাই। পাচে নৰিয়াবিলাক সোমাই তাপ সহিব পৰালৈ সামুকেৰে গা চাঁচি থাকে, পাচে ওলাই চেঁচা পানিত পৰে।

ইউতা সৰোবৰৰ পৰা জিলা নদিলৈকে ইউতা আৰৱ বহু ঠাই জুৰিচে। সিবিলাকৰ সংখ্যা ২০,০০০ মান হৈচে; কিন্তু সিইঁতৰ দুই তিনি জাত আছে। সিইঁতে নুমেকচিকো লোকৰ পৰা চুৰ কৰি নিয়া ভালেমান জাক মেৰ চাগ আছে। মেৰৰ নোমেৰে সিইঁতে বৰ ডাঠ কাপৰ বই, সেই কাপৰত দিনটো পানি ৰাখিলে তেও এটোপাও সৰকি নে জাই।

ইউতা সৰোবৰৰ দখিন ফালে জি ডাঙ্গৰ বালি থাকে, তাত পায়ুত নামে এবিধ বৰ নিচ মানুহ থাকে। কুমজেলুকা এটাও জন্তু খাবলৈ পাই, তাতে সিইঁতে নিৰাস কৰে। কেতিয়াবা কেতিয়াবা যেন কঁটিয়া এটা হৰিনা পাই, তাৰ গাটো ওকনিৰে পুৰ হই, সেইবোৰকো খাই, আৰু আপোনাৰ মুৰতো সৰহকৈ ওকনি পুহি খাই থাকে; পৰুআ পিপৰা, ফৰিঙ্গ, আৰু জেঠিও খাই। হাতেৰে ধৰিব পাৰিলে মাথোন জিয়াই খাই থই। আন আৰৱে আৰু নুমেকচিকো লোকে সিইঁতক ধৰি বন্দি কৰি বেচে।

ইস্পানিয়া লোকে প্ৰথমে কালিফৰ্নিয়া দেস দৰ্সন পালে, আৰু ঠায়ে ঠায়ে ফুৰিয়া পাদুৰিএ ২১ খন সত্ৰ থাপন কৰিলে। ১৬৯৭ সঁকত পাদুৰি চালৱাতিএৰাই দখিন কালিফৰ্নিয়া দেসত ধৰম সিকাবলৈ ধৰিলে। ১৭৬৯ সঁকত চান্দিএগো নগৰৰ সত্ৰ, আৰু ১৭৭৯ সঁকত চান ফ্ৰাঙ্কিস্কোৰ সত্ৰ পাতিলে। সেই সকলো সত্ৰবোৰৰ ভকতবিলাকে খেতি কৰি, গৰু মাৰি, তাৰ চাল আৰু তেল বেচি পঠাই বৰ চহকি হল। আৰু সত্ৰেই সত্ৰেই ১,০০,০০০ মান গৰু পুহিলে, ঘোঁৰাও অনেক আছিল।

কালিফৰ্নিয়া মেকচিকো দেসৰ তল হৈছিল; কিন্তু ১৮৪৭ সঁকত মেকচিকো আৰু আমেৰিকা মিল দেসৰ মাজত ৰন হোআত মিল দেসে জিনি কালিফৰ্নিয়া দেস ললে। পাচে ১৮৪৮ সঁকত চান ফ্ৰাঙ্কিস্কো খুলিৰ ওচৰতে বহু সোন পালে; সেই কালৰে পৰা সকলো দেসৰ মানুহে সোন বিচাৰিবলৈ খেদি গৈ, অনেক ডাঙ্গৰ নগৰ হৈচে। চান ফ্ৰাঙ্কিস্কো নগৰৰ লোক প্ৰাই ৪০,০০০। চাক্ৰামেন্তো, বিনিচিয়া আদি আন নগৰকো চাক্ৰামেন্তো, চান জোআকিম, এই দুই নদিৰ দাঁতিত পাতিচে। চান ফাঙ্কিস্কোৰ পৰা অহা ৬৫ খন জাহাজ ১৮৫০ সঁকৰ ১ ডিচেম্বৰৰ পৰা এবচৰৰ ভিতৰত পোন বাটে দি পচিম ফাললৈ আহি কলিকতা নগৰ পাইচেহি। পাল তৰা জাহাজ কেতবিলাক ৭৮।৮০ দিনত সেই দুৰ জাত্ৰা কৰি আহিচে। আমেৰিকাৰ পৰা পুৱ ফাললৈ আহি কলিকতা পাবলৈ ৩ মাহতকৈ অধিক লাগিব। ॥

## য়িৰুচালমলৈ পৌলৰ সেস জাত্ৰা ।

Paul's Last Visit to Jerusalem.

তেতিয়া সিবিলাকৰ পৰা বিদাই হৈ, জাহাজত উঠি কো মাজুলি পালে; তাৰ পাচ দিনা ৰদা মাজুলিত থাকিল। তাৰ পৰা পাতাৰালৈ গৈ ফৈনিকিয়ালৈ জোআ এখন জাহাজ পাই, তাতে উঠি চুবিয়া দেসলৈ গৈ চোৰ নগৰ পালে। তাতে সিস্যবিলাকক পাই সিবিলাকে সৈতে সাত দিন থাকিল। তাত থকা ভায়েকবিলাকৰ মাজৰ কোনোএ আত্মাৰে সৈতে জানি, পৌলক য়িৰুচালমলৈ নে জাবলৈ বাধা কৰিলে। কিন্তু পৌলে সিবিলাকৰ কাৰো কথা নু সুনি, তাৰ পৰা জাহাজ মেলি তলমাই নগৰ পোআত পানিএ জোআ বাট ওৰ পৰিল। তাতো ভাইবিলাকক পাই, সিবিলাকৰ লগত এৰাতি থাকি পাচ দিনা গৈ কৈচৰিয়া নগৰ পোআত সাত জন সেৱকৰ মাজৰ ফিলিপৰ ঘৰ পাই তাতে ভালে দিন থাকিল। পাচে য়িৰুচালমৰ পৰা আগাব নামেৰে এজন ভবিস্যত বক্তা আহি পৌলৰ কাৰনে ভবিস্যত বাক্য কলে, বোলে, এই টঙ্গালি জাৰ, সেই মানুহকে য়িৰুচালম নগৰত এই ৰূপে বান্ধি বিদেসি লোকৰ হাতত সোধাই দিব। তাকে সুনি পৌলৰ লগৰ আৰু সেই ঠাইৰ মানুহেও তেঁওক য়িৰুচালমলৈ নে জাবৰ কাৰনে অনেক বাধা কৰিলে। কিন্তু পৌলে কাৰো কথা নু সুনি প্ৰভুৰ নামত কেৱল বান্ধ লবলৈ ন হই, মৰিবলৈকো জুগুত হল। তেতিয়া সিবিলাকৰ পৰা য়িৰুচালমলৈ গল; আৰু বাটত জাঁওতে কুপ্ৰ দেসি এজন বুৰা সিস্যৰ ঘৰত আলহি হৈ থাকিল। পাচে তাৰ পৰা গৈ য়িৰুচালম নগৰ পালত ভায়েকবিলাকে আনন্দেৰে সিবিলাকক গ্ৰাজ্য কৰিলে। তাৰ পাচ দিনত সকলো পাঁচনি আৰু বৃধ লোক য়াকোবৰ ওচৰত গোট খাই পৌলৰ দোআৰাই বিদেসিৰ মাজত ঈশ্বৰে সিবিলাকলৈ পৰিত্ৰানৰ দুআৰ মেলি জি জি কৰম কৰালে, তাকে সুনি আনন্দ পালে। কিন্তু পৌলে বিদেসি য়িহুদি ভায়েকবিলাকৰ আগত মোচাৰ বিধানৰ মতে চৰ্ম্মচেদনৰ কথা সিকিবলৈ আৰু তাক পালন কৰিবলৈকো বাধা কৰাত তেঁওক সিবিলাকে দোস ধৰিলে। কিন্তু আন য়িহুদি ভায়েকবিলাকে তাক জেন স্বৰুপ নু বুলিব, তাৰ কাৰনে সিবিলাকৰ আচাৰৰ দৰে মুৰ খুৰাই আপোনাক মন্দিৰত সুচি কৰিবলৈ আদেস কৰিলে। পাচে সেই ৰূপে সাত দিনলৈকে পৌলে মন্দিৰত আপোনাক সুচি কৰি থকাত আচিয়া দেসৰ কেতবোৰ য়িহুদি মানুহে পৌলক মন্দিৰত দেখা পাই সমূহ লোকবোৰক উদগাই ধৰিলে। আৰু মন্দিৰৰ বাজ কৰি মাৰিবৰ উপাই কৰোঁতেই লুচিয়া হাজৰকিয়া আহি, সিইতৰ হাতৰ পৰা পৌলক কাৰ্হি আনিলে। তাতে পৌলে জখলাৰ ওপৰত থিয় হৈ আপোনাৰ কথা কলে; অৰ্থাত তেঁও তাৰ পুৰ্বে কেনে মানুহ আছিল, আৰু তাৰ পাচত প্ৰভুএ দৰ্সন দিয়াত কেনেকৈ কিৰ্ত্তন কৰা বাৰ পালে, তাকে সিবিলাকৰ আগত প্ৰকাস ৰূপে কলে। তেঁওৰ সেই কথা কিচুমানলৈ সুনি মানুহবোৰে একে মাতেৰে ৰিঙ্গিয়াই কলে, এই মানুহক ভুলোকৰ পৰা গুচুআ হওক, কিয়নো ই আৰু জিয়াই থাকিব নে পাই। তাতে হাজৰকিয়াই মানুহৰ এনে এৰাও সুনি পৌলে কি দোস কৰিলে, তাকে জানিবৰ নিমিত্তে তেঁওক বান্ধি সাস্তি কৰিবলৈ আগ্যা কৰিলে। কিন্তু পৌলে তাকে দেখি কলে, ৰুমিয়া মানুহ জি সই, মোত একো দোস নো পোআকৈ মাৰিব পাই নে! এই কথা সুনি হাজৰকিয়াই ভই পাই তেঁওৰ বান্ধ মেলিলে; কিয়নো জি জি ৰুমিয়া মানুহ হই, আৰু জিবোৰ ৰুমিয়া নগৰত জনম পাই, সেই সকলোবোৰ সেই কালত প্ৰধান লোক আছিল, আৰু তেনেবিলাকক কেতিয়াও চাবুকেৰে কোবাব নে পাই, ৰুমিয়া ৰজাৰ এনে আগ্যা আছিল।

পাচ দিনা সকলো মানুহ আৰু হনানিয়া নামেৰে ৰৰ পোৰোহিত মেলত ৰহি পৌলৰ

সোধ কৰিবৰ কাৰনে গোট খালে; তাতে সিবিলাকৰ এভাগ ফিৰুচি আৰু এভাগ চিদুকি দেখি পৌলে মেলৰ মাজত উঠি কলে, হে ভাই সকল, মই ফিৰুচি মানুহ আৰু ফিৰুচিৰ পুতেক, মৰাবিলাক উঠিবৰ আসাৰে আজি মই তোমোলাকৰ মেলত পৰিলোঁ। সেই কথা সুনি মানুহ দুই ভাগ হল; ফিৰুচিৰ ভাগে পৌলৰ কথাত ভাল পালে; কিন্তু চিদুকিৰ ভাগে তেঁওৰ কথাত অতি খঙ্গ হল। তাকে দেখি হাজৰকিয়াই পৌলক ভোখৰ ভোখৰ কৰিব বুলি জানি ঘৰ কাৰেঙ্গত থবলৈ আগ্যা কৰিলে।

সেই হৰা মুৰাৰ কাৰনে পৌলক ঘৰ কাৰেঙ্গত সুমাই থোআত, সেই ৰাতিতে প্ৰভুএ তেঁওক দৰ্সন দি কলে, তুমি নিৰ্ভই হোআ কিয়নো য়িৰুচালমত জেনেকৈ বোম নগৰতো তেনেকৈ মোৰ আৰ্থে তুমি প্ৰমান দিব লাগিব। পাঁ ২৩:১১। পাচে দিন হলত দু কুৰিতকৈ অধিক লোকে পৌলক মাৰিব নোআৰোঁ মানে আমি একো খোআ বোআ ন কৰিম বুলি সপত কৰিলে; আৰু সেই কথা সিধি কৰাবৰ নিমিত্তে অধ্যাপক আৰু পোৰোহিতবিলাকৰ আগত জনাই জি ৰুপে পৌলক মাৰিব পাৰিব, তাৰে আলচ দিলে। পাচে পৌলৰ ভাগিনে সেই কথাৰ বুজ পাই তেঁওত বুজালে। তাতে পৌলেও সেই কথাৰ বুজ পাই হাজৰকিয়াত জনাই দিয়ালে। তেতিয়া হাজৰকিয়াই এনে জানি ৰাতিএই পৌলক চাৰি স নৱৈ সেনাৰ লগত কৈচৰিয়া নগৰত থকা ফিলিক অধিকাৰৰ তলৈ এক পত্ৰ লিখি পঠাই দিলে। সিবিলাকে ৰাতিতে পৌলক নি আন্তিপাত্ৰি নামে এক নগৰ পোআই তাৰ পৰা আন চাৰি স সেনা উভতি আহিল; কিন্তু নৱৈ জন ঘোঁৰা চিপাহিএ তেঁওক নি কৈচৰিয়া নগৰত ফিলিক অধিকাৰৰ হাতত সোধাই দিলে। তাতে অধিকাৰে সেই পত্ৰ পৰ্হি পৌলক হেৰোদ ৰজাৰ কাৰেঙ্গত ৰাখি থোআলে। এই ৰুপে ইস্বৰে আপোনাৰ সেৱকক মানুহৰ সকলো ৰাঞ্চাৰ পৰা ৰখ্যা কৰিলে; আৰু জিবিলাকে সিংহৰ দৰে পৌলক নষ্ট কৰিবৰ অপেখ্যাৰে গুঁজৰি আচিল, সেইবোৰ আপুনি আপোনাৰ কৰমতে লাজত পৰিল। তাতে এই লিখা বচন পুৰ হল; ইস্বৰে আপোনাৰ লোকক ৰাখিব জানে, কিন্তু অপৰমাৰ্থিকইত আপোনাৰ কৰমতে লাজত পৰে।

ইয়াৰ পাঁচ দিনৰ মুৰত বৰ পোৰোহিত হনানিয়া আৰু তৰ্তুল নামে এক কথকিএ সৈতে আহি ফিলিক অধিকাৰৰ আগত পৌলৰ অহিতে মিচা অপবাদ দি কলে; এইটো মানুহ বৰ দুষ্ট নাচৰিয়া কুমতৰ প্ৰধান হৈ সকলো ঠাইতে থকা য়িহুদি লোকক ৰাজ দ্ৰোহলৈ অনুমতি দিচে, সেই কাৰনে আমি তাক ধৰি আমাৰ বিধানৰ মতে সোধ কৰিব খুজিচিলোঁ; কিন্তু লুচিয়া হাজৰকিয়াই আহি আমাৰ হাতৰ পৰা কাৰ্হি নিলে। এই ৰুপে নানা অপবাদেৰে কোআত অধিকাৰে পৌলক আপোনাৰ কাৰনে উত্তৰ কৰিবলৈ আদেস কৰিলে। তাতে পৌলে উত্তৰ কৰি কলে, সিইঁতে জি কথাৰে মোক অপবাদ দিচে, সেই কথা নিচয়ে মিচা; কিয়নো মই য়িৰুচালমলৈ জোআ আজি বাৰে দিন মাথোন হৈচে, আৰু তাত কেৱল পাঁচ দিন মানহে আচিলোঁ, তেন্তে কি ৰুপে সেই পাঁচ দিনত সকলো ঠাইৰ য়িহুদিবোৰক ৰাজ দ্ৰোহলৈ অনুমতি দিব পাৰোঁ, ইয়াক আপুনি ভালকৈ জানিব পাৰে। তাত বাহিৰে সিইঁতে মোক কোনো নাম ঘৰত বা মানুহৰ মাজতো হৰা মুৰা কৰা পোআ নাই; কিন্তু মন্দিৰৰ ভিতৰত ইস্বৰলৈ সেৱা কৰোঁতেহে পালে। এই সকলোতে সিইঁতে মোক একো অপবাদ দিব নোআৰে। সেই কথা সুনি পৌলত কোনো জগৰ নে পালে, তথাপি অনিয়াই কৰি য়িহুদিবিলাকক সন্তোস কৰাবৰ মনেৰে দুই বচৰলৈকে বন্দিসালত পৌলক ৰাখি থলে। কিন্তু মাজে মাজে ফিলিকে আৰু দ্ৰুচিলা নামে তেঁওৰ ভাৰ্জা এই দুয়ো পৌলক মাতি আনি তেঁওৰ মুখৰ পৰা খ্ৰিষ্টৰ

কথা সুনিলে সেই কথাই আপোনাৰ মন বিন্ধাত কঁপিবলৈ ধৰি কলে, এতিয়া তুমি জোআ, পাচে আজৰি পালে মতাই আনিম। এই ৰূপ মানুহ জগতৰ ভিতৰত কিমান হেজাৰ হেজাৰ আছে। ইশ্বৰৰ কথা জেতিয়া সুনে তেতিয়া আপোনাৰ মনত নিচয়ে সত্য বুলি জানি তাৰ কাৰনে অতিসয়ে ভই পাই; কিন্তু এনে পবিত্র আৰু সত্য নিয়াইৰ কথা সহিব নোঅৰাত পাচে একে বাৰে বোলে, এতিয়া জোআ পাচেহে মাতিম। হাই, হাই, এই ৰূপ মন হোআ লোক, তোমোলাকৰ সেনত অনন্ত সন্তাপ হব; কিয়নো জেতিয়া তোমোলাকলৈ ইশ্বৰৰ পবিত্রান দিয়া হল, তেতিয়া তাক সহিব নোআৰি আপোনাৰ পৰা খেদাই দুৰ কৰিলা। এনেকৈ কিমান মানুহৰ মনত ইশ্বৰৰ পবিত্র আত্মা সোমাই সিইঁতক ধৰমলৈ উদগাই, কিন্তু মানুহে আপোন আপোন কুকৰম, আৰু মনৰ কুঅভিলাস এৰিব নু খুজি ইশ্বৰৰ আত্মাক অপমান কৰাই, তাৰ পাচে সেই মানুহৰ পবিত্রানৰ উপকাৰ কৰিবলৈ কি জানি আৰু কেতিয়াও নাহিব। তেন্তে হাই হাই সেই মানুহৰ কেনে গতি! জেতিয়া এনে মানুহে খ্রিষ্টৰ সিংহাসনৰ আগত থিয় হব, তেতিয়া উতৰ দিবলৈ কি সক্তি পাব!

তাৰ পাচে পৰ্কিয় ফিষ্টে ফিলিকৰ বিসই পালত তালৈ আহিল; পাচে কৈচৰিয়াৰ পৰা য়িৰুচালমলৈ তেঁও জোআত য়িহুদিবিলাকে পুনৰাই ফিষ্টৰ আগত পৌলৰ কথা কলে, আৰু কৈচৰিয়াৰ পৰা য়িৰুচালমলৈ জেন পৌলক অনাব, ইয়ালৈকো সিইঁতে তেঁওত প্ৰাৰ্থনা কৰিলে; কিয়নো বাটত আহোঁতে সিইঁতে তেঁওক খাপ দি মাৰিবলৈ উপাই কৰিচিল। কিন্তু ইশ্বৰে সিইঁতৰ সেই আলচকো নষ্ট কৰিলে। ফিষ্টে য়িৰুচালম নগৰত আঠ দহ দিন মান থাকি পাচে কৈচৰিয়ালৈ গল। তাৰ পাচ দিনা তেঁও সোধৰ আসনত বহিএই পৌলক আনিবলৈ আগ্যা কৰিলে। তেতিয়া য়িহুদিবিলাকে তেঁওৰ অহিতে নানা অপবাদ দিলে, তথাপি সেইবোৰ জে স্বৰুপ হই, তাৰ কোনো প্ৰুমান দিব নোআৰিলে। পাচে পৌল পাঁচনিএ আপোনাৰ কাৰনে উতৰ দিয়াত তেঁওৰ গাত কোনো দোসৰ অপৰাধ নে পালে; কিন্তু ফিষ্টে য়িহুদিবোৰক সন্তোস কৰিবৰ ইচাৰে পৌলত কলে, তুমি য়িৰুচালমলৈ গৈ তাতে মোৰ আগত সোধ পোচ কৰাবা নে? তেতিয়া পৌলে মনত ইয়াক জানিলে, জদি মোক য়িৰুচালমলৈ নিয়া হব লাগে, তেন্তে এই হিংসক জন্তুবোৰে নিচয়ে মই সেই ঠাই পোআৰ আগেএ নষ্ট কৰিব; এই হেতুকে তেঁও উতৰ কৰি কলে, জতে মোৰ স্বৰুপ সোধ কৰিব পাৰে, এনে আপোনাৰ সোধ আসনৰ আগতে আচোঁ; তথাপি জদি মোক নিৰপৰাধি বুলি জানিও মোৰ স্বৰুপ সোধ ইয়াত কৰিব নোআৰে, তেন্তে কৈচৰ মহা ৰজাৰ আগত মোৰ সোধ হওক। কিয়নো মই মৰিবৰ কোনো জুগ্য কৰম কৰা নাই; এই কাৰনে য়িহুদিবিলাকে মাৰিবলৈ মোক কোনোএ সিইঁতৰ হাতত সোধাই দিবলৈ সক্তি নাই। এই কথা পৌলে অতি সাহেৰে কলে; কিয়নো ইশ্বৰৰ প্ৰুতিগ্যাত বিশ্বাস কৰি কালৈকো ভই ন কৰি অধিকাৰৰ আগতো সিংহৰ দৰে সাহ কৰিলে।

সেই সময়ত উতৰ দেসৰ ৰজা আগ্ৰিপা আৰু তেঁওৰ ৰানি বৰ্নিকিএ ফিষ্ট অধিকাৰে সৈতে দেখা দেখি হবৰ নিমিতে আহিলত ফিষ্টে পৌলৰ কথা ৰজাত জনালে। তাতে ৰজাই তেঁওৰ কথা সুনিবলৈ ইচা কৰাত তাৰ পাচ দিনত ফিষ্টৰ আগ্যাৰে পৌলক সোধৰ আসনলৈ অনা হল। তেতিয়া পৌলে জে মৰনৰ জুগ্য এনে কোনো কৰম কৰা নাই, তাকে ফিষ্টে আগ্ৰিপা ৰজাৰ আগত কলে। ২৫: ১—১৭।

তাৰ পাচে পৌলক আপোনাৰ কথা কবলৈ অনুমতি কৰাত, পাঁচনিএ আগ্ৰিপা ৰজাৰ আগত সাহ পাই উতৰ কৰিলে তেঁও ইমান সাহেৰে আপোনাৰ উতৰ কৰাত ফিষ্টে বৰ

মাত্তেৰে কলে, হে পৌল, তুমি বলিয়া হৈচা, সৰহ বিদ্যাই তোমাক বাতুল কৰিচে; কিন্তু পৌলে কলে, মই বলিয়া নইঁও, কেৱল সত্য আৰু গিয়ান মনৰ কথাহে কৈচোঁ । এই ৰুপে আগ্রিপা ৰজাই তেঁওৰ উত্তৰ সুনি পৌলত কলে, তুমি মোকো প্রায়ে খ্রিষ্টিয়ান হবলৈ বিস্বাস কৰা । তাতে পৌলে কলে, কেৱল তুমি ন হই, জিবিলাকে আজি মোৰ কথা সুনিচে, সেই সকলোএ প্রায়ে ন হই, কিন্তু এই সিকলিত বাজে মোৰ দৰে জেন খ্রিষ্টিয়ান হই, এয়েহে মোৰ ইচা আৰু ইস্বৰলৈকো প্রার্থনা । তেঁওৰ এই সকলো কথা সুনাত ৰজাৰ পৰা সকলো মেলত বহা লোকৰ মাজৰ কোনোএ পৌলৰ একো জগৰ দেখা নে পাই কলে, এঁও জদি কৈচৰৰ আগত সোধ হবলৈ প্রার্থনা ন কৰা হলে, নিচয়ে মুকলি হব পাৰিলেহেঁতেন ।

প্রস্ন ৷

পৌল য়িৰুচালমলৈ জোআত তেঁওৰ নিমিত্তে মণ্ডলিৰ লোকে আত্মাৰ দোআৰাই কি হব বুলি বুজিলে?

তেঁও সাত দিনলৈকে মন্দিৰত সেৱা কৰোঁতে কোন দুষ্ট লোকে তেঁওক পালে ?

পৌলক সত্রুৰ হাতৰ পৰা কোনে ৰাখিলে?

জখলাৰ ওপৰৰ পৰা তেঁও কি কথা কলে?

ৰুমিয়া মানুহক চাবুকেৰে মাৰিব পাই নে?

ধৰ্ম্ম মেলৰ আগত পৌলে কি কলে?

ৰাতি প্রভুএ পৌলক কি দর্সন দিলে?

য়িহুদি মানুহে পৌলৰ অহিতে কি সপত কৰিচিল?

হাজৰকিয়াই পৌলক ৰাতিএই কলৈ পঠালে? কৈচৰিয়াত কোন অধিকাৰে পৌলৰ সোধ কৰিলে?

জেতিয়া পৌলৰ কোনো জগৰ নে পালে, তেতিয়া তেঁও মুকলি কৰিলে নে?

ফিলিক্স আৰু ফ্রচিলাই পৌলৰ উপদেস সুনি কি কলে? ইয়াৰ পাচত দুতিয় বাৰ কাৰ আগত পৌলৰ সোধ হল?

পৌলে উত্তৰ কৰোঁতে অধিকাৰলৈ ভই কৰিলে নে? সেই সময়ত উত্তৰ দেসৰ পৰা কোন ৰজা আহিচিল?

সিবিলাকৰ আগত পৌলে কি উত্তৰ দিলে?

ৰজাই তাক সুনি কি বুলিলে? পৌলে কাৰ আগত সোধ হবলৈ নিবেদন কৰিচিল?

---

## ৰোম নগৰলৈ পৌলৰ প্রথম জাত্রা ৷

Paul's First Journey to Rome.

এই ৰুপে জেতিয়া তিনি বাৰলৈকে পৌলৰ সোধ কৰা হল, তেতিয়া তেঁওৰ ইচাৰ মতে ৰোম নগৰলৈ অধিকাৰে পঠাবলৈ ঠাৱৰ কৰিলে । কিন্তু পঠাবলৈ জুগুত হই মানে পৌল সেই ঠাইত বন্দিয়াৰ হৈ কিমান দিন আচিলে, তাৰ একো চিক নাই । পাচে জেতিয়া ঠাৱৰ কৰা দিন হল, তেতিয়া আন ডালেমান বন্দিয়াৰৰ লগত পৌলক মহা ৰজাৰ সেনাৰ হজৰ জুনিয় নামেৰে এক সইকিয়াৰ হাতত গতাই দিলে । সেই ঠাইতে সিবিলাকে আদ্রা মুত্তিয়ৰ এখান জাহাজত উঠি ৰোম নগৰলৈ পানিএ দি জাত্রা কৰিলে । সেই জাত্রাত পৌলৰ লগত লুক নামে প্রিয় বেজ আৰু থেচলনিকি নগৰৰ আৰিষ্টৰ্খ এজন সিস্যো গৈচিল । পাচ দিনা চিদোন নগৰত জাহাজ লগাত সইকিয়াই পৌলক ভাই বন্ধু চাবলৈ বিদাই দিলে । তাৰ পৰা জাহাজ মেলি বতাহ সমুখ হোআত কুপ্র মাজুলিৰ কোসে দি গৈ কিলিকিয়া আৰু পামফুলিয়া সাগৰ পাৰ হৈ, লুকিয়া দেসৰ মুৰা নগৰ পালেগৈ । সেই ঠাইতে ইটালি দেসলৈ জোআ চিকন্দৰিয়া নগৰৰ এখান জাহাজ পাই সইকিয়াই তাতে আগৰ জাহাজৰ পৰা সিবিলাকক উলিয়াই সেই জাহাজত সুমাই দিলে । সেই মুৰা নগৰৰ পৰা জাহাজ মেলি লাহে লাহে গৈ অতি স্রমে সিদৰ সমুখে বতাহ বলোআত ক্রিতি মাজুলিৰ কোসে দি গৈ চালমুনিৰ সমুখ পালে ; তাৰ পৰা গৈ লাচায়া নগৰৰ ওচৰত থকা সুন্দৰ ঘুলি নামে এক ঠাই পালেগৈ । তাতে পানিএ দি জোআত সঙ্কা হোআ জেন বুজি পৌলে মানুহবিলাকক

কলে, কিন্তু সইকিয়াই আৰু জাহাজৰ অধিকাৰেও সেই কথা নু সুনি ক্রিতিৰ ফৈনিকি ঘুলিলৈ গৈ তাতে থাকিবৰ মন কৰিলে: কিয়নো সেই সুন্দৰ ঘুলিত জাৰ কালি থাকিবলৈ ভাল ন হই। পাচে সিইঁতৰ আলচেৰে সেই ঘুলিলৈ জাহাজ মেলি জোআত বৰ ধুমুহা বতাহ আহিলত জাহাজ ৰাখিবলৈ অতি টান হল; আৰু অতি সঙ্কটত পৰিল দেখি মানুহৰ প্রান ৰখ্যা হোআৰো আসা গুচিল। কিয়নো বহু দিনলৈকে সিবিলাকৰ ওপৰত চেলা তাৰৰ আচিল, আৰু সাগৰৰ ওপৰত জাহাজ চলঙ্গ পলঙ্গ কৰি কোন ফালে উটি গৈচে, তাৰ একো উমান ধৰিব নোআৰিলে।

এই ৰুপে বহু দিন মৰনৰ সঙ্কটত পৰি ভয়েৰে আৰু প্রানিৰ নিৰসাৰে নো খোআ নো বোআকৈ থাকিলত পৌলে ইস্বৰৰ দুতৰ দোআৰাই জি দর্সন পালে, তাৰে কথা সিবিলাকৰ আগত কৈ কিচু সান্তনা কৰি অলপ আহাৰ লবলৈ মিনতি কৰিলে। তেতিয়া সিবিলাকে পৌলৰ মিনতি সুনি তেঁওৰ হাতে চৌধ্য দিনৰ পুআত অলপ আহাৰ ললে। কিন্তু জাহাজ আদ্রিয়া সমুদ্ৰৰ ওপৰত চলঙ্গ পলঙ্গ কৰি গৈ থকাত মেলিতা মাজুলিৰ ওচৰ পোআত দুই ধাৰৰ মাজত থকা এটা বালি চটত জাহাজ লাগিল। সেই ঠাইৰ পৰা জাহাজ লৰ চৰ কৰিব নোঅৰাত নষ্ট হল; কিন্তু পৌলে কোআৰ দৰে সকলো লোকৰ প্রান ৰখ্যা পৰি সেই মাজুলি পালেগৈ।

তাতে থকা মুর্খবিলাকে, অর্থাত অসভ্য লোকে জাৰৰ নিমিত্তে জুই জলাই দি সিবিলাকক কিচু অনুগ্রহ দেখালে। তেতিয়া পৌলেও এমুঠা খৰি আনি জুইত পেলাই দিয়াত, তাৰ পৰা এটা ডাইল সাপ ওলাই তেঁওৰ হাতত কামুৰি ধৰিলে; তাকে দেখি মুর্খবিলাকে কোআ কুই কৰিলে, বোলে, এইটো মানুহ নিচয়ে মানুহ বধি হই, এই কাৰনে সি সাগৰৰ সঙ্কটত ৰখ্যা পালতো প্রতিফল দিয়া জনে তাক জিব নি দি সাপৰ দোআৰাই খুআলে; তাতে সি এতিয়া মৰিব।

পাচে চাই চাই থকাত পৌলৰ একো ন হল দেখি মন পালটাই কলে, এঁও দেৱতা।

সেই ঠাইতে পব্লিয় নামে এজন অধিকাৰে সিবিলাক আটাইকে আপোনাৰ ঘৰলৈ নি তিনি দিনলৈকে আলহি পুহিলে; আৰু পব্লিয়ৰ বাপেক জৰ পৰি থকাত পৌলে ভিতৰলৈ সোমাই গৈ তাক সুস্থ কৰিলে। এনে কথাৰ বুজ পাই সেই ঠাইৰ সকলো নৰিয়াবোৰক আনি সুস্থ কৰিবলৈ পৌলক নিবেদন কৰাত সেই আটাইকে তেঁও সুস্থ কৰিলে।

সেই মেলিতা মাজুলিতে সিবিলাক তিনি মাহ থাকি চিকন্দৰিয়া নগৰৰ দিয়স্কুৰি জঁজাৰ চিন থকা এখন জাহাজ পালে। দিয়স্কুৰি জঁজাৰ চিনৰ অর্থ এই; কাষ্টৰ আৰু পলক্স নামে দুটা দেৱতাৰ মুর্তি আচিল। সেই জাহাজতে উঠি প্রথম দিনা তাৰ পৰা গৈ চুৰাকুচ নগৰ পাই তাতে থাকিল। তাৰ দুদিনৰ মুৰত পুতিয়লি নগৰ পালে; তাতে থকা মণ্ডলিৰ ভায়েকবিলাকে মিনতি কৰাত পৌলক সাত দিন থাকিবলৈ দিলে। এই ৰুপে ৰোম নগৰৰ ওচৰ হোআত তাত থকা মণ্ডলিৰ লোকে আলহি [illegible] তিনি ঘৰলৈকে পৌলৰ বাত্রা পাই আগ বঢ়াবলৈ আহিল; তেতিয়া সিবিলাকক দেখা পালত পৌলে ইস্বৰক স্তুতি কৰি অতি সাহ পালে। পাচে গৈ ৰোম নগৰ পোআত সইকিয়াই বন্দিয়াৰবোৰক হুজৰ অধিকাৰত সোধাই দিলে; কিন্তু পৌলে আপোনাক ৰখা সেনাই সৈতে সুকিয়াকৈ থাকিবলৈ অনুমতি পালে।

সেই ৰোম নগৰতে পৌলে দুই বচৰলৈকে বন্দিয়াৰ হৈ আপুনি ভেৰনকৈ লোআ ঘৰত থাকি জি জি মানুহক পাই, সেই সকলোৰে আগত নির্বিঘিনি ৰুপে ইস্বৰৰ সুভ বাত্রা কির্তন কৰি আচিল। তাতে তেঁওৰ কথা সুনি বহু লোকে ইস্বৰৰ পৰিত্রান দেখা পালে।

জি সময়ত কৈচৰিয়া নগৰৰ পৰা ইটালি দেসলৈ পৌল বন্দিয়াৰ হৈ গৈচিল, সেই

সময়ত খ্রিষ্টৰ শঁক ৬১, আৰু জেতিয়া তেঁও ৰোম নগৰ পালে, তেতিয়া ৬২ হব পাই; কিয়নো পথত জাত্রা কৰাত অনেক আপদ হল দেখি বহু দিন হল। মেলিতা নগৰ নৌ পাঁওতে চাৰি পাঁচ মাহ হব পাই, আৰু মেলিতা নগৰ পোআত তাতে তিনি মাহ থাকিল। এই ৰূপে জাত্রা কৰা দিনৰে পৰা ৰোম নগৰ পোআলৈকে অৱস্যে ৬১ বচৰৰ সেস হব পাই।

পৌল পাঁচনি জেতিয়া ৰোম নগৰ পালে, তেতিয়া তেঁওক নিচই ৰূপে বন্দিসালত থোআ নাই, কিন্তু নগৰৰ পৰা জেন কোনো ঠাইলৈ বাহিৰ হৈ নে জাই, এই নিমিত্তে দুই বচৰলৈকে এটা এটা চিপাহি তেঁওৰ লগত থাকি ৰাখি আছিল; তথাপি তেঁওক বন্দিসালত থোআ নাই, আপুনি জি ঘৰ ভেৰন দি লৈছিল তাতে থাকিল। ফিলিপি ১: ১৩। ইয়াত কৈচে, তেঁও সেই ৬৩ শঁকলৈকে বন্দিয়াৰ হৈএই আছিল। ২:২৪ পদত কৈচে, মই অলপতে তোমোলাকৰ ঠাইলৈ জাম। ইয়াতে আমি বুজিচোঁ, তেঁও ৬৪ শঁকত বন্দিয়াৰৰ পৰা মুকলি হল।

### প্রশ্ন।

পৌলক কোন ঠাইলৈ পঠালে?

সিবিলাকৰ জাত্রাত কুসল হৈছিল নে? এই জাত্রাৰ বিসয়ে পৌলে কি হব বুলি কৈছিল?

পৌলৰ কথা নু সুনাত সিবিলাকৰ কি হল?

সিবিলাকে কোন মাজুলিত উঠি ৰখ্যা পালে? মেলিত মাজুলি পালত পৌলৰ কিবা আচৰিত কৰম হৈছিল নে?

সেই মাজুলিত তেঁও কাক স্বস্ত কৰিলে?

মেলিতাত সিবিলাক কেই মাহ থাকিল?

তাৰ পৰা সিবিলাক কলৈ গল?

ৰোম নগৰৰ ভায়েকবিলাকক দেখা পালত পৌলৰ মন কেনে হল? ৰোম নগৰত পৌল কেই বচৰ বন্দিয়াৰ হৈ থাকিল?

তেঁও বন্দি হৈ থাকোঁতে কি কৰিছিল?

সেই সময়ত খ্রিষ্টৰ শঁক কিমান?

পৌলক কেনে ভাৱে বন্দিয়াৰ কৰি থৈছিল?

## পৌল বন্দিসালৰ পৰা মুকলি হোআ।

Paul's Release from Prison.

পাচে ৬৪ শঁক হলত পৌল বন্দি সালৰ পৰা মুকলি হল। সেই কালৰ সময়তে পাঁচনিৰ কৰম লুক নামে খ্রিয় বেজে লিখি এঁটালে। সেই কালৰ পৰা বাহিৰ নে পাই, আৰু তাৰ পুৰ্বেও লিখা হোআ নাই; কিয়নো পৌলৰ বিবৰন কেৱল ৬৪ শঁকলৈহে কৈচে। তাৰ পাচত পৌলে বন্দি সালৰ পৰা মুকলি হৈ জি জি ঠাইত ফুৰিলে, জি জি কৰম কৰিলে, আৰু পাচে তেঁও দুতিয় বাৰ ৰোম নগৰলৈ জোআত জেনেকৈ নিৰো ৰজাই ধৰি বন্দি সালত থলে, পাচে মুৰ কাটি তেঁওক বধ কৰিলে, এনে একো কথা পাঁচনি কৰমত লিখা নাই। ইয়াতে বুজিচোঁ, জদি ৬৪ বচৰৰ পাচত পাঁচনিৰ কৰম লিখা হোআ হলে, তেতিয়া পৌলৰ পাচৰ বিবৰনো অৱস্যে লিখিলেহেঁতেন; কিয়নো লুকে পাঁচনিৰ কৰম লিখাত আন পাঁচনিবিলাকৰ বিবৰন লিখা নাই, কিন্তু বিসেসকৈ পৌল পাঁচনিৰ বিবৰনহে লিখিলে।

পৌল পাঁচনি ৰোম নগৰত বন্দি হৈ থাকোঁতে তেঁও খ্রিষ্টক ভাল মতে কির্তন কৰিব নোআৰিলে; তথাপি কির্তন কৰাতকৈ অতি উত্তম কৰম কৰিলে। বিসেসকৈ খ্রিষ্ট ৬২ শঁকত এফেচি লোকলৈ পত্র লিখি তুখিকৰ দোআৰাই পঠালে; আৰু ৬৩ শঁকত ফিলিপি, কলচি আৰু ফিলিমোন, এই তিনি খনি পত্রও লিখি তুখিক আৰু ফিলিমোনৰ বন্দি অনেচিমৰ হাতত পঠালে। কল ৪: ৭—৯। ফিলিমোন ১২ পদ। আৰু ইব্রি লোকৰ পত্রও খ্রিষ্টৰ ৬৪ শঁকত ৰোম নগৰৰ পৰা লিখিব পাই।

পৌল জে খ্রিষ্টৰ ৬৪ শঁকত বন্দিয়াৰৰ পৰা মুকলি হৈছিল, তাক আমি ওপৰে কোআ এই কথাৰ দোআৰাই জানিচোঁ, ফিলিপি ২:২৪। তাতে তেঁও লিখিছিল, মই অলপতে তোমোলাকৰ ঠাইলৈ জাম, তাক প্রভুৰ দোআৰাই বিস্বাস কৰিচোঁ।

পাচে তেঁও জেতিয়া বন্দি সালৰ পৰা মুকলি হল, তেতিয়া জাহাজেৰে ফিলিপি নগৰলৈ ক্রিতি মাজুলিএ দি গল; আৰু সেই ঠাইতে তিতক এৰি আহিল। তাৰ প্রমান তিত ১: ৫ পদ। ক্রিতিৰ পৰা জাহাজেৰে আকও আচিয়া দেসলৈ আহি কলচ নগৰ পালেহি; ইয়াকে ফিলিমোনলৈ লিখা পত্রৰ দোআৰাই জনা হৈছে। তাত কৈছে, তোমোলাকৰ প্রার্থনাৰ দোআৰাই মোক তোমোলাকলৈ দান কৰা হব, মোৰ এনে বিস্বাস আছে; এই হেতুকে মোলৈ এক থকা ঠাই জুগুত কৰা। কিয়নো পৌলে ৰোমৰ পৰা কলচ নগৰলৈ আহিবৰ মন কৰি ফিলিমোনলৈ এই কথা লিখিছিল, আৰু ফিলিমোনো সেই কলচ নগৰতে আছিল। কলচ নগৰৰ পৰা তেঁও এফেচলৈ গল। ২ তি ১: ১৮। এফেচৰ পৰা ত্রোআ নগৰলৈ গৈ, তাতে কার্পৰ হাতত তেঁওৰ ৰৰ চোলা আৰু চালৰ পুথিও এৰি আহিছিল। ২ তি ৪: ১৩। পাচে ত্রোআৰ পৰা মাকেদনিয়া দেসলৈ গল, কি জানি ফিলিপি নগৰলৈকো জাব পাই। তাৰ পৰা গৈ জাৰ কালিত নিকপলিত থাকিল। তিত ৩: ১২। সেই সময়ত খ্রিষ্টৰ সঁক ৬৫ হৈছিল; আৰু সেই সঁকতে তিমথিৰ আৰু তিতৰ পত্রও লিখিলে। কোনো লোকে ভাবে, বোলে, সেই কালত পৌল ইস্পানিয়া দেসলৈ গৈ তাতে খ্রিষ্টৰ কথা কির্তন কৰিলে; কিয়নো ৰুমিয়াৰ পত্রৰ ১৫: ২৪ পদত তেঁও কৈছিল, মই ইস্পানিয়া দেসলৈ জাম। কিন্তু আমি জানিচোঁ, তেঁও তালৈ জাবৰ নিমিত্তে একো চল নে পালে। কিয়নো প্রথম বেলি ৰোম নগৰলৈ বন্দিয়াৰ হৈ জোআৰ আগৈএ তেঁও নিচইকৈ জোআ নাই; আৰু পাচে জোআৰো কোনো বিসেস প্রমান আমি পোআ নাই। তথাপি কিলিমেন নামে পৌলৰ এজন সিস্য কৈছে, বোলে, পৌলে পচিমৰ সিমালৈকে কির্তন কৰি ফুৰিছিল; পচিমৰ সিমা হলে ইস্পানিয়া দেস।

প্রস্ন ।

পৌল খ্রিষ্টৰ কোন সঁকত বন্দিয়াৰৰ পৰা মুকলি হল?

পাঁচনিৰ কৰম কোনে আৰু কোন সময়ত লিখিলে?

পৌলে প্রথম বাৰ ৰোম নগৰত বন্দিয়াৰ হৈ থকাত কি কি পত্র লিখিলে?

তাক আমি কিহৰ দোআৰাই বুজিচোঁ?

পৌল মুকলি হলত কোন কোন ঠাইত ফুৰিলে? খ্রিষ্টৰ ৬৫ সঁকত তেঁও কি কি পত্র লিখিলে?

পৌলে ইস্পানিয়া দেসলৈ গৈছিল নে?

---

## ৰোম নগৰলৈ পৌলৰ দুতিয় জাত্রা ।

Paul's Second Visit to Rome.

পৌল পাঁচনিএ প্রথম বেলি বন্দি সালৰ পৰা ওলাই প্রাই সকলো মণ্ডলিএ মণ্ডলিএ ফুৰি ভায়েকবিলাকক ধৰমত সজ ৰূপে থিৰ কৰি কৰি গল; আৰু জি জি মণ্ডলিৰ ওচৰলৈ জাবৰ চল নে পালে, সেইবিলাকলৈ পত্র লিখি থিৰ কৰিলে। এই ৰূপে সকলো কৰম পুৰ কৰি পাচে পুনৰাই ৰোম নগৰলৈ গৈ ভায়েকবিলাকক থিৰ কৰিবলৈ মন কৰিলে। আৰু ইয়াত বাহিৰে তেঁওৰ আৰু কি ইচা আছিল, তাক আমি কব নোআৰোঁ। কিন্তু জেতিয়া তেঁও পুনৰাই ৰোম নগৰলৈ গল, তেতিয়া কাৰো দোআৰাই বন্দিয়াৰকৈ নিয়া হোআ নাই; কেৱল আপোন ইচা মতেহে গৈছিল। তেঁও ৰোম নগৰলৈ জোআত মিলিত নগৰত ত্রফিমক থৈ আহিল। ২ তি ৪: ২০। এই কথাতে জানিচোঁ, তেঁও মিলিতে দি জাহাজেৰে ৰোম নগৰলৈ গল; কিয়নো তেঁও তিমথিৰ দুতিয় পত্র ৰোম নগৰত দুতিয় বাৰ বন্দি সালত থাকোঁতে লিখিলে।

তেঁও সেই দুতিয় বাৰ ৰোমলৈ জোআত নিৰো নামে ৰোমৰ ৰজাই খ্রিষ্টিয়ান লোকক অতি খিয়াল কৰে দেখি, পৌলক জেতিয়া দেখিলে বা তেঁও তাত আছে বুলি সুনিলে,

তেতিয়াই ধৰি আনি বন্দি শালত থলে; পাচে কিচু দিনৰ মুৰত তৰোআলৰ দোআৰাই তেঁওৰ মুৰ কাটি বধ কৰালে। পৌল তেতিয়া বন্দি শালত থাকোঁতে আপোনাৰ ধৰমৰ অতি প্ৰিয় পুত্ৰ তিমথিলৈ দুতিয় পত্ৰ লিখি তাতে আপোনাৰ সকলো বাত্ৰা বুজালে। ২ তি ২:৯। ৪:৬—৮,১৬। তাতে তেঁও লিখিচে, এতিয়া মোৰ প্ৰানৰ বিজোগ কাল ওচৰ হৈচে, তাতে প্ৰান উচৰ্গিবলৈ মই জুগুত হৈ আচোঁ; মই উত্তম জুধ কৰিলোঁ, মোৰ জাত্ৰা কৰি এঁটালোঁ, বিশ্বাস ৰাখিলোঁ; এতিয়াৰ পৰা মোৰ নিমিত্তে পুন্যৰ কিৰিটি ৰাখি থোআ হৈচে, তাক সোধৰ দিনত পুন্যৱন্ত বিচাৰ কৰ্ত্তা প্ৰভুএ মোক দিব। ইয়াতে পৌল পাঁচনিৰ বিবৰন সমাপত হল। এয়ে খ্ৰিস্টৰ ৬৬ সক, আৰু পৌলৰো ৬০ বচৰ বয়স, আৰু তেঁও মন পালটনৰ দিনৰে পৰা মৰনৰ কাললৈকে ৩০ বচৰ প্ৰভু য়িচুক কিৰ্ত্তন কৰিলে। কিন্তু আন মানুহে কিৰ্ত্তন কৰাৰ ভাৰ পাই জেনেকৈ প্ৰভুক কিৰ্ত্তন কৰে, তেঁও তেনেকৈ কৰা নাই। তেঁৱে এই ৩০ বচৰলৈকে স্থি জিৰোআকৈ আৰু আপোনাৰ সংসাৰিক কোনো কৰম নো চোআকৈ ইশ্বৰৰ পৰম আয়ুস মানুহৰ মাজত প্ৰকাস কৰিলে। তেঁৱে প্ৰভুক কিৰ্ত্তন কৰা কালত আপোনাৰ সুখ নি বিচাৰিলে; কেৱল প্ৰভুৰ ইচা কি, তাক মাথোন সন্তোস মনেৰে পুৰ কৰিলে। এনে সুন্দৰ আৰু প্ৰভুত বিশ্বাসেৰে বলৱন্ত, প্ৰেমেৰে পৰিপুৰ্ন, আৰু ইশ্বৰৰ কৰমত উদ্যুগি প্ৰচাৰক আৰু এই ভুমণ্ডলৰ মাজত কেতিয়াও হব নোআৰে। তেঁওৰ দোআৰাই প্ৰিথিবিৰ সকলো বিদেসি লোকে ইশ্বৰৰ পৰিত্ৰান দেখিবলৈ আৰু সুনিবলৈ পাইচে। তেঁও স্বৰুপ মতে এই কথা কলে, মই উত্তম জুধ কৰিলোঁ, মোৰ জাত্ৰা কৰি এটালোঁ, বিশ্বাস ৰাখিলোঁ। হই, স্বৰুপেই তেঁও আপোনাৰ অধিকাৰৰ সকলো কৰম পুৰ কৰিলে। এই হেতুকে পুন্যৱন্ত বিচাৰ কৰ্ত্তাই জেতিয়া আপোনাৰ বন্দিবোৰে সৈতে লেখ জোখ কৰিব, তেতিয়া সেই প্ৰভুএ তেঁওত কব, ভাল উত্তম বিশ্বাসি বন্দি, তুমি অলপতে বিশ্বাস ৰাখিলা, এই কাৰনে তোমাক অনেক বিসয়ৰ অধিকাৰ পাতিম; তুমি আপোনাৰ অধিকাৰৰ সুখৰ ভাগি হোআ।

হে অতি প্ৰিয়তম দাস ইশ্বৰৰ,  
স্বৰুপে জিনিলা তুমি চইতান সমৰ;  
জাত্ৰাৰো কৰিলা অন্ত, নাহি আৰু ভই,  
পুন্য দান ভুঞ্জিও প্ৰভুৰ সুখালই।

অনন্ত কিৰিটি ৰুপ পাবা প্ৰতিফল,  
জি হেতুক ৰাখিলাহা বিশ্বাস নিৰ্মল;  
তাহাতে ন হব আৰু তোমাৰ ক্ৰন্দন,  
লোতক মচিয়া দিব ইশ্বৰ নন্দন।

ন হৈবেক পাপ মতি চইতান প্ৰবেস,  
কেৱল পবিত্ৰ থান অনন্ত অসেস;  
জিবনি লয়োক বাপু কাল নিৰুপিত,  
মধু স্বৰে ধৰি গান দুতৰ সহিত।

## প্ৰশ্ন।

পৌলে দুতিয় বাৰ ৰোম নগৰত কেনেকৈ বন্দিয়াৰ হল?

কোন ৰজাই তেঁওক মাৰিলে?

সেই ৰজা সাধু মানুহ হৈচিল নে, কি?

পৌলক তেতিয়া মাৰিলে বুলি কি প্ৰমান আচে?

পৌলে উত্তম জুধ কৰি বিশ্বাস ৰাখিলে নে?

তেঁওৰ নিমিত্তে কোনে পুন্যৰ কিৰিটি ৰাখি থৈচে?

তাক কেতিয়া দিব?

পৌলৰ নিচিনা প্ৰচাৰক আৰু কোনো আচে নে।

খ্ৰিস্টক কিৰ্ত্তন কৰোঁতে তেঁও কিবা সুখ বিচাৰিলে নে?

কাৰ দোআৰাই প্ৰিথিবিত খ্ৰিস্তিয়ান ধৰম বিদেসকৈ বাঢ়িল?

সেসৰ কালত পৌলক প্ৰভুএ কেনে বন্দি বুলিব?

ইশ্বৰৰ সকলো ধৰম প্ৰচাৰকবিলাক পৌলৰ দৰে হব লাগে নে?

ন. ল. ক.

## ধৰমৰ কথা বাত্ৰা ।

Religions Intelligence.

হিন্দুস্তান আৰু লঙ্কা দিপত মিসানেৰিবিলাকে প্ৰায়ে ৫০ বচৰ ধৰম প্ৰচাৰ কৰিচে। এতিয়া এই দেসত থকা মিস্যনেৰি পাদুৰি আৰু খ্ৰিষ্টিয়ান লোকৰ সংখ্যা এই ।

| | |
|---|---|
| ধন দিয়া বিদেসি লোকৰ সমাজ . . | ২২ |
| বিদেসি মিস্যনেৰি পাদুৰি . . . | ৩৮১ |
| এই দেসত জনমা মিস্যনেৰি পাদুৰি | ২২ |
| এই দেসত জনমা উপদেসক . . | ৫৫১ |
| মিস্যনেৰি থকা ঠাই . . . . | ২৬০ |
| এই দেসৰ খ্ৰিষ্টিয়ান মণ্ডলি . . . | ৩০৯ |
| মণ্ডলিৰ লোক . . . . . . | ১৭,৩৫৬ |
| সবাই বুৰাই মুঠে খ্ৰিষ্টিয়ান | ১,০৩,০০০ |
| দিনৰ ইস্কুল . . . . . . . | ১,৩৪৫ |
| তাত পৰ্হা চাতৰ . . . . | ৮৩,৭০০ |
| সবাক পোহা ইস্কুল . . . . . | ৭৩ |
| তাত পৰ্হা চাতৰ . . . . . | ১,৯৯২ |
| ইঙ্গৰাজি সিকোআ ইস্কুল . . . | ১২৮ |
| তাত পৰ্হা চাতৰ . . . . | ১৪,০০০ |
| চোআলিক সিকোআ ইস্কুল . . | ৩৫৪ |
| তাত পৰ্হা চোআলিৰ সংখ্যা | ১১,৫০০ |
| চোআলিক পোহা ইস্কুল . . . | ৯১ |
| তাত পৰ্হা চোআলি . . . . | ২,৪৫০ |
| চাপা খানা . . . . . . . . | ২৫ |

এই বচৰৰ ৫ জানুআৰিত মলকাই মাজুলিত ৮০ জন আদি বাসি মণ্ডলিত গ্ৰাজ্য কৰা হল। জোআ বচৰৰ মাহৰ প্ৰথম প্ৰথম সোম বাৰে ধৰম বৰ্হানৰ নিমিত্তে সেই মণ্ডলিঅ ১৫০০ টকা তুলি দিলে। আগৰ সিইতো বাখ্যস আচিল।

পঞ্জাব দেসত ধৰমৰ কথা সিকাবলৈ কম্পানিৰ প্ৰধান সেনাপতি চেৰ উলিয়ম গম চাহাবে ডাৰ্জাই সৈতে ৩০০০ ৰুপ দিলে।

১৫৫০ সঁকত কিতাপ চাপিবৰ বিদ্যা ওলাল। ধৰম পুথি প্ৰথমে চাপিচিলে; ১৫৫৫ তাক বেচিবলৈ ধৰিলে; সেই প্ৰথমে চাপা হোআ পুথি ১৮ খন ৰাখি আচে।

বাখ্যস থকা ফিজি মাজুলিৰ ভাসাৰে এতিয়া নতুন নিয়ম সাস্ত্ৰ চাপা হল, আৰু কিজিৰ ৰজাই আপুনি বিস্বাস কৰি খ্ৰিষ্টিয়ান মণ্ডলিত সোমাল।

লেয়াৰ্দ চাহাবে আচুৰিয়াৰ পুৰনি নগৰত জি সিল খানি উলিয়ালে, তাত লিখা আখৰ ৰলিঙ্কন চাহাবে পৰ্হি অৰ্থ দেখালে। তাতে চনহেৰিব আদি কৰি আচুৰিয়াৰ ৰজাবিলাকে জি ৰুপে য়িহুদি দেসলৈ গৈ হিজিকিয়া ৰজাৰ দিনত বল কৰি ইস্ৰাএল লোকক কাৰ্হি নিলে, সেই কথা লিখা পোআ হৈচে।

---

## হিৰা আদি মুকুতাৰ বিৱৰন ।

Diamonds in the Great Exhibition.

সকলো বস্তুৰ মাজত হিৰা টান; আন কোনো বস্তুৱে তাক কাটিব নোআৰে। সুন্দৰ আক্ৰিতি ৰুপে হিৰা কাটিবলৈ ইচা হলে আন হিৰাৰ গুৰি সৰু লো এডালত লগাই তাৰে ঘঁহি ঘঁহি বহু স্ৰমেৰে কাটিব পাৰে। হিৰাই এঙ্গাৰে একে বস্তু; এঙ্গাৰৰ পৰা কলা বৰন আৰু মলিন সকলোকে গুচাব পাৰিলে হিৰা কৰিব পাৰিলেহেঁতেন। হিৰাৰ অনেক বৰন আচে, ৰঙা, হালধিয়া, কাম বৰনিয়া, কিন্তু নিৰ্মল বগা হিৰা আটাইতকৈ বহুমুল্য। হিৰা প্ৰায়ে ১০।১২ ৰাতি গধুৰ এইমান ডাঙ্গৰ হই; এমহা গধুৰ হোআ তাকৰ, বহুমুল্য, অতি মিহি আৰু উত্তম প্ৰকাস হোআ হিৰাৰ দাম এই ৰুপে লিখে। এক অনা গধুৰ হলে, দাম ১,০০০ টকা; ৵ অনা হলে ৪,০০০; ৴৷ অনা হলে ৯,০০০; এমহা হলে ১৬,০০০; ৷৴ অনা হলে ২৫,০০০; ৷৵ অনা হলে ৩৬,০০০ টকা। ৬ অনাতকৈ গধুৰ হোআ হিৰা পাবলৈ টান, আৰু সেইবোৰৰ দৰৰ ঠিক নাই। হিন্দুস্তান আৰু ব্ৰাজিল দেসত হিৰা ওলাই। এই দেসৰ গলখণ্ড পৰ্বতত আগেয়ে ডাঙ্গৰ পালে।

মহা দৰ্সনৰ ঘৰত অনেক বহুমুল্য হিৰা দেখিবলৈ ধলে। ৰঞ্জিত সিঙ্গৰ কহিনুৰ অৰ্থাত প্ৰকাসৰ পৰ্বত নামে জি ডাঙ্গৰ হিৰা



The great Mogul Diamond, Koh-i-Nur, or Mountain of Light.

পঞ্জাবৰ ৰনত প্যালে, তাক মহা ৰানিঞ দৰ্শন কৰালে । আগেয়ে সেই হিৰা দিলিৰ মগল মহা ৰজাৰ আচিল । কাটোতে প্ৰাই আধা মান থই গলতো ৪৯৷৵ গধুৰ আচে । তাৰ দাম আন্দাজে ৬৬,০০,০০০ টকা । তাৰ নকচা ওপৰত লিখা আচে ।

আৰু সি কালে দেৰাইনুৰ, অৰ্থাত প্ৰকাশৰ সাগৰ নামে কম্পানি বাহাদুৰে মহা দৰ্শনত থোআ আন এখান বৰ হিৰা আচে । তাকো পঞ্জাবৰ ৰনত পাই অনা ।

আটাই হিৰাৰ মাজত জিটো ডাঙ্গৰ, সেই হিৰা বৰ্নিও দিপৰ মাতান দেসৰ ৰজাৰ হাইত আচে । তাৰ গধুৰ ৬৬ টকা হৈচে । তাৰ আ... কুকুৰাৰ কনিৰ দৰ ।

ৰুচিয়া মহা ৰজাৰ ৩৷৷৵ গধুৰ এখান হিৰা আচে । চিৰিঙ্গাম নগৰত থকা বুহ্মাৰ এটা মূৰ্ত্তিত সেই হিৰা চকুৰ মনি কৰি থোআ হৈচিল ; পাচে ফ্ৰাঞ্চিৰ এজন সেনাই তাক চুৰ কৰি মান্দ্ৰাজলৈ গৈ ২০,০০০ টকালৈ জাহাজৰ এজন কাপ্তান চাহাবত বেচিলে ; কাপ্তানে এক য়িহুদি সদাগৰত ১,২০,০০০ টকালৈ বেচিলে ; আৰু সেই য়িহুদিঞ ৰুচিয়াৰ মহা ৰানি কাতৰিনলৈ বেচিলে । সেই হিৰা পাৰ কনিটৰ সমান ডাঙ্গৰ ।

অষ্ট্ৰিয়াৰ ৰজাৰ এখন হিৰা ২৷৷ গধুৰ হৈচে, তাৰ বৰন কিচু হালধিয়া, তাৰ দাম আন্দাজে ১০,০০,০০০ হৈচে ।

ফ্ৰাঞ্চিৰ ৰাজ অলঙ্কাৰৰ মাজত ২৷৵ গধুৰ হোআ এখন হিৰা আচে, তাৰ দাম ১৬,০০,০০০ টকা মান ।

হিৰাৰ বাহিৰে আন আন বহুমুল্য মুকুতা আচে । ৰুবি অৰ্থাত পদ্মৰাগ প্ৰাই হিৰাৰ নিচিনা, অলপ নৰম । সি ইটা মাটিৰে হই, তথাপি মানুহে ৰুবিব নোআৰে । ডাঙ্গৰে সমান হলে হিৰাতকৈ পদ্মৰাগ গধুৰ । তাৰ বৰন প্ৰায়ে ৰঙ্গা, পিক দেসত ওলাই । চাফৰ অৰ্থাত নিল মনি পদ্মৰাগৰ নিচিনা হই, কিন্তু বেলেগ বৰনিয়া মাথোন । লঙ্কা দিপত নিল মনি পোআ জাই । এমৰল অৰ্থাত পানা চাম বৰনিয়া হই, সিও বহুমুল্য । মানিক হলে হিৰা নিচিনা বগা, সি সামুকৰ ভিতৰত থাকে ।

লঙ্কা দিপৰ ৰত্নপুৰ নগৰৰ এটা মানুহে প্ৰাই এসেৰ গধুৰ নিল মনি পাইচে বুলি সমাচাৰ পত্ৰত লিখিচে । সমুদাই একে ৰকম ভগা চিগা নে থাকিলে, তাৰ অনৰ্ঘ দাম হব ; কিন্তু সি ১৪০০ টকালৈ বেচি পেলালে ॥

---

## অনেক দেসৰ সম্বাদ ।

Journal of Events.

বৰ্ত্তমান ডিচেম্বৰ মাহৰ ১৫ তাৰিখত শ্ৰীজুত কাপ্তান ব্ৰোডি চাহাব ওপৰ আচাম সিৱসাগৰ ... এৰি আপোন দেসলৈ জোআত সকলো লোকে আহি দৰ্শন দি সোকাকুল হৈ ... মনত দুখেৰেহে বিদাই দিলে । তেঁও বৰ চাহাব হৈ ১৮৩৮ সঁকৰ পৰা ১৩ বচৰ দায়া ৰুপে এই জিলা সাসন কৰিলে ।

ডিচেম্বৰৰ ২৫ তাৰিখে জিলা সিৱসাগৰৰ শ্ৰী ৰামচিঙ্গ আৰু শ্ৰীমতি কুণ্ডি কেৰলাইন চাইমন, এই দুজন খ্ৰিষ্টিয়ান মণ্ডলিৰ লোকৰ খ্ৰিষ্টিয়ান মতে বিবাহ কৰা হল ।



The Derra-i-Nur, or Sea of Light, belonging to the East India Company.

মহা দৰ্শন ১২ অক্তোবৰ তাৰিখত বন্ধ কৰা হল । পাচে জি সকলো বস্তু তাত আচিল, খোআ লোকে উলিয়াই নিলে । ঘৰেবে কি কৰিব, তাৰ থিৰ হোআ নাই । দেখিবলৈ সোমোআ মাহনুৰ পৰা মুঠে ৰুপ ৪০,০০,০০০ লাখ পালে । সকলো খৰচৰ মাজে অধিকাৰবিলাকৰ হাতত ১৫,০০,০০০ থাকিল । তাৰেই কি কৰিম, মহা ৰানিৰ আগত এই নিবেদন কৰিচে ।

মাকাই নামে জি চাহাবৰ ভনিএ ভিলুপুৰত তাৰ জিএকক মাৰি বধিলে, সেই ভনি আৰু চাহাবকো জনমভৰ ফাটকত দি বান্দিমন মাজুলিলৈ পঠাবৰ হুকুম হল ।

ইঙ্গৰাজি জাহাজৰ কাপ্তানক মানে বলত্কাৰ কৰা হেতুকে গবৰ্নৰ জেনৰল লৰ্ড চাহাবে ৪ খন জাহাজে সৈতে কমদোৰ লাম্বৰ্ত চাহাৰ আদি অনেক সেনা সেনাপতিক পঠোআত ২৭ নৱেম্বৰত ৰাং‌গুন নগৰ পালে । সিবিলাকে তাতে লংগৰ পেলোআত নগৰৰ অধিকাৰে সেই ঠাইত পেলাবলৈ হাক দি আন ঠাইত জাহাজ ৰাখিবলৈ হুকুম কৰিলে । তাতে জাহাজৰ কাপ্তানে উত্তৰ দি পঠালে, মহা ৰানিৰ ৰন জাহাজ জতে লংগৰ পেলাবলৈ ইচা কৰে, তাতে পেলাই । পাচে ফকচ নামে এখান জাহাজৰ কাপ্তানে নগৰৰ অধিকাৰে সৈতে সাখ্যাত হৰ খোজাত তাৰ নিমিত্তে এক দিন থিৰ কৰিলে ।

সেই দিনত জাবলৈ ওলাই ঘোঁৰাত উঠি
দু ডাঁৰ মানৰ বাটৰ দুই ফালে মানৰ
সাৰি হৈ ভগা চিগা বন্দুক ধৰি থিয়
আচিল । পাচে ঘৰ পাই অধিকাৰে
কমদোৰ চাহাবৰ পত্ৰ ইঙ্গৰাজি আৰু
ভাসাৰে পৰ্হি সুনাই ৰজাৰ ঠাইলৈ
পঠাবলৈ দিলে । ৩৫ দিনৰ মুৰত জবা
পালে ৰন হৰ বুলি বুজালে । সেই প
লিখিচে, ইঙ্গৰাজিলৈ মানৰ সকলো ব
কাৰ কৰাত জি হানি হল, সেই স[illegible]লো
পাম, আৰু এনে ক[illegible] পাচে ন হ
এই স্বিকাৰ কৰিলে আমাৰে সৈতে মিল
পাৰিবা । আৰু সেই কথা সিধি কৰি
কম্পানিৰ অনেক সেনা তাতে গোট
চেগৈ ।

কেপ্ গুড হোপত কাফিৰ লোকে এ
সৈকে ইঙ্গৰাজি নিবাসিএ সৈতে ৰন প
কৰি আচে । ইঙ্গৰাজিৰ সেনা এমখা প
তৰ মাজত ঠেক বাটে জাঁওতে সিই
অকস্মিতে জুধ ধৰি সেনা ১০০ মান খু
কৰিলত অনেক মৰিল । পাচে অক্তোবৰ
১২ তাৰিখত মাকোমো নামে প্ৰধান ক্ৰাহিয়
জি কোঁঠত আচিল, তাক তিন দিন জুধ
কৰি ললে, মাকোমো পলাল । সিইতৰ ৫০
মান মৰিল ; ইঙ্গৰাজিৰ ১১ জন মৰিল, ৩৪
খুন হল ।

অস্ত্ৰেলিয়া দেসৰ চিদনি নগৰৰ পৰা অহা

জাহাজত এনেৰ তিনি পোআ গধুৰ ...ৰ সোন কলিকতালৈ আনিছে। চি-...ৰ নকলো লোকে খানিবলৈ গৈ নগৰ নির্জ্জান কৰিলে। আৰু কেৰ মামে এজন ডক্তৰ চাহাবে পত্ৰৰ দোআৰাই কৈছে, মোৰ তেৰুআলে এক সোনেৰে সিল পাই তাক ভাঙ্গি ৫৩ সেৰ সোন তাৰ পৰা ওলাল। ভাঙ্গিলত তাৰ এডোখৰত সুদা সোন ৩০ সেৰ ...চিল; তাৰ দাম ৪২,০০০ মান টকা হব। আৰু মানুহে সেই পর্বতৰ প্ৰাই নকলা সিলৰ মাজত সোন থাকে।

...নুজিলণ্ড মাজুলিৰ আদি বাসি গাম এটাই ...টিয়ান ধৰমৰ কথা সুনি পাদুৰি চাহাবৰ ...বলৈ গৈ মণ্ডলিত গ্ৰহন কৰিবলৈ জনালে। ...তাৰ দু জনি ঘৈনিএক হোআ দেখি ...দুৰি চাহাবে কলে, তুমি এনেকৈ খ্ৰিষ্টিয়ান ...নোআৰা; তিৰোতা এজনিহে ৰাখিব ...ৰা, সেই জনিক আন ঠাইতে থৈ পোহন ...লন কৰিব লাগে। কিচু দিনৰ পাচত সি ...কও পাদুৰি চাহাবৰ ঠাইলৈ আহি বুলি-..., এতিয়া হলে এটা এৰিলোঁ, মোৰ এজনি ...খোন ...ইছে, এতিয়া মোক গ্ৰহন কৰি ...ওক। পা... ...নি কত গৈচা, পাদুৰিএ ...ধাত সি আপুনি নব ধৰমি হলোঁ বুলি ...নি সাহেবক কলে, মই খাই থলোঁ। সেই ...লিৰ লোক এইমান অগিআনি হৈছিল; ...খ্ৰিষ্টৰিত সিইতকৈ বৰ ৰাধাম নাই।

...ম্বাই নগৰৰ ওচৰত ৰেল পাতিবৰ নিমি-... মাটি খানোঁতে কিচু মোহৰ পাই কোনো ...লাকে গননা কৰি, আৰু অলপ খানিলে সোনেৰে পুৰ হোআ দুই গাগৰি ওলাব, কিন্তু তাৰ কাৰনে দেৱতাক তুষ্ট কৰিবৰ নিমিত্তে ২৫ লৰা বলিকৈ দিব লাগে, ইয়াকে ৰাজ্যত কোআ কুই কৰে।

বানাৰচ নগৰত এটা মানুহে স্নান কৰি দুর্গাৰ মুৰ্ত্তিৰ আগত তৰোআলেৰে আপোন ডিঙ্গি কাটি আপোনাক বলি দিলে।

ফুলপুৰ নগৰত এটা ৰাজপুত মানুহৰ গোটা চাৰেক পুত্ৰেক মৰাৰ পাচে সিও মৰিয়া পৰাত, মোত বামুনৰ সাও লাগিল বুলি জানিলে, তাতে তাৰ মানুহবোৰে নৰ-বলি দিবৰ নিমিত্তে এটা লৰা চুৰ কৰি তাৰ ডিঙ্গি কাটি মৰিয়াৰ গাত তেজেৰে সান্তি কৰিলে। পাচ দিনা সি মৰিল, আৰু লৰাৰ ন এখা খোআ কৰা ওচৰৰ কুঁহিয়াৰ-নিত চুবুৰিয়াবিলাকে পালে।

বঙ্গাল দেসৰ কম্পানিৰ ফৌজত গোৰা চিপাহি ২৭,৮৯৩, হিন্দুস্থানি চিপাহি ১,৩৯,৪০৬, আৰু বৰ টোপ ২২৫ টা আছে।

এতিয়া নিকৰাগোআ নৰোবৰ আৰু নৰু নৰু নদিএ দি গৈ আমেৰিকাৰ পুব ফালৰ পৰা দিপ পাৰ হৈ কালিফর্নিয়া দেস অলপ দিনতে পাইগৈ।

---

## জানুআৰি, অর্থাত মাঘৰ পঞ্জিকা।

Almanac for January, 1852.

| জানুআৰি | পুহ | বাৰ | তিথি | দিনমান | জানুআৰি | মাঘ | বাৰ | তিথি | দিনমান |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ১৮ | ৫ | ৯ | ১০।২০ | ১৭ | ৫ | ৭ | ২৬ | ১০।৩১ |
| ২ | ১৯ | ৬ | ১০ | ১০।২০ | | | | | |
| ৩ | ২০ | ৭ | ১১ | ১০।২১ | ১৮ | ৬ | ১ | ২৭ | ১০।৩২ |
| | | | | | ১৯ | ৭ | ২ | ২৮ | ১০।৩৩ |
| ৪ | ২১ | ১ | ১২ | ১০।২১ | ২০ | ৮ | ৩ | ২৯ | ১০।৩৪ |
| ৫ | ২২ | ২ | ১৩ | ১০।২২ | ২১ | ৯ | ৪ | ৩০ | ১০।৩৫ |
| ৬ | ২৩ | ৩ | ১৪ | ১০।২২ | ২২ | ১০ | ৫ | ১ | ১০।৩৬ |
| ৭ | ২৪ | ৪ | ১৫ | ১০।২৩ | ২৩ | ১১ | ৬ | ২ | ১০।৩৭ |
| ৮ | ২৫ | ৫ | ১৬ | ১০।২৩ | ২৪ | ১২ | ৭ | ৩ | ১০।৩৯ |
| ৯ | ২৬ | ৬ | ১৭ | ১০।২৪ | | | | | |
| ১০ | ২৭ | [illegible] | ১৮ | ১০।২৫ | ২৫ | ১৩ | ১ | ৪ | ১০।৪০ |
| | | | | | ২৬ | ১৪ | ২ | ৫ | [illegible] |
| ১১ | ২৮ | ১ | ২০ | [illegible] | ২৭ | ১৫ | ৩ | ৬ | ১০।৪২ |
| ১২ | ২৯ | ২ | [illegible] | ১০।২৭ | ২৮ | ১৬ | ৪ | ৭ | ১০।৪৪ |
| ১৩ | ১ | [illegible] | ২২ | ১০।২৮ | ২৯ | ১৭ | ৫ | ৮ | ১০।৪৫ |
| ১৪ | ২ | ৪ | ২৩ | ১০।২৯ | ৩০ | ১৮ | ৬ | ৯ | ১০।৪৬ |
| ১৫ | ৩ | ৫ | ২৫ | ১০।৩০ | ৩১ | ১৯ | ৭ | ১০ | ১০।৪৭ |
| ১৬ | ৪ | ৬ | [illegible] | ১০।৩০ | | | | | |

জানুআৰি ৭ দিনৰ ভাটি ০।৪৫ ঘন্টা জোআত চন্দ্ৰৰ সম্পুর্ন গ্ৰহন হব; আমেৰিকাত দেখিব, এই সকত সে দেখে।

---

THE ORUNUDOI,

*Printed and Published by O. T. Cutter, at the Sibsagor Mission Press.—N. Brown, Editor.*